ৰাষ্ট্ৰীয় জীৱনচৰিত

# ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়

## জিলা পৰিষদৰ স্বায়ত্তশাসনৰ স্থপতি

পি. আৰ. কিন্দিয়া

অনুবাদ

বীণা ৰায় বৰ্মণ

নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# সূচীপত্ৰ

# সোঁৱৰণ আৰু উৎসৰ্গ

তেওঁ এটা উৎকৃষ্ট জীৱন যাপন কৰিছিল, আৰু বিশিষ্ট লোকসকলৰ লগত মিলামিছা কৰিবলৈ ভাল পাইছিল। তেওঁ বিদ্বান মানুহ নাছিল, বিশ্ববিদ্যালয়ৰ উপাধিও তেওঁৰ নাছিল; আৰু তেওঁৰ বয়স ত্ৰিশ বছৰ পাৰ হোৱাৰ পাছতহে তেওঁ লিখিব আৰু পঢ়িবলৈ শিকিছিল। কিন্তু আশ্চৰ্যজনকভাৱে তেওঁ ধুনীয়া আৰু স্মৰণীয় গীত আৰু সুৰ ৰচনা কৰিছিল। জীৱনৰ সূক্ষ্ম বিষয়বোৰৰ প্ৰতি তেওঁৰ অসীম তৃষ্ণা আছিল। জনজাতীয় লোকসকলৰ কৃষ্টিৰ ৰক্ষণাবেক্ষণ আৰু বিকাশৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। সৰ্বোপৰি, তেওঁ এজন সফল ব্যৱসায়ী আৰু জনপ্ৰিয় ব্যক্তি আছিল। ব্ৰিটিছে যেতিয়া বিখ্যাত জয়ন্তীয়া উৎসৱ "বেহ দেঁই খ্লাম" পালন কৰা বন্ধ কৰি দিছিল, তেতিয়া ব্ৰিটিছৰ লগত তেওঁৰ সংঘৰ্ষ হৈছিল আৰু 'বিগ ফ'ৰ' বুলি জনাজাতকেইজনৰ ভিতৰত তেওঁ এজন হৈ পৰিছিল। ব্ৰিটিছৰ সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে তেওঁ অক্লান্ত সংগ্ৰাম কৰিছিল। পৰস্পৰবিৰোধী মতবিলাকক আৰু প্ৰতিদ্বন্দ্বী গোটসমূহক একগোট কৰাৰ কামত তেওঁ পাকৈত আছিল। মহান ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয়ে তেওঁক অন্তৰঙ্গ বিশ্বস্ত বন্ধু বুলি বাছি লোৱাত আচৰিত হ'বলগীয়া একো নাই। এতিয়া তেওঁ ইহ-সংসাৰত নাই। এতিয়া কেৱল মই তেওঁৰ কথা গভীৰ শ্ৰদ্ধাৰে সোঁৱৰণ কৰোঁ। সেইজন মহান ব্যক্তি, মোৰ পিতৃ পাটি লালুৰ নামত এই কিতাপখন উৎসৰ্গ কৰা হ'ল।

# কৃতজ্ঞতা

ৰেভাৰেণ্ড ডব্লিউ. মূৰ লালুৱে ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয়ৰ লগত তেওঁৰ যিবোৰ অভিজ্ঞতা হৈছিল সেই সম্বন্ধে খোলাখুলিকৈ আৰু বিশদভাৱে মোৰ লগত আলোচনা কৰা কাৰণে মই তেওঁৰ প্ৰতি মোৰ কৃতজ্ঞতা স্বীকাৰ কৰিছোঁ। শ্ৰীএছ. ডি. ডি. নিকলছ ৰয়ক মই বিশেষ ধন্যবাদ দিব খোজোঁ, কাৰণ তেওঁ মোক সাক্ষাৎকাৰ দিবলৈ সানন্দে সন্মতি দিছিল। তাৰ ফলত মই মূল্যৱান তথ্য পাইছিলোঁ। মেঘালয়ৰ বিধান সভাৰ গ্ৰন্থাগাৰে মোক সংবিধান সভাৰ তৰ্কৰ বিৱৰণবোৰ পঢ়াৰ সুযোগ দিছিল। তাৰ বিষয়া আৰু কৰ্মচাৰীসকলে আগবঢ়োৱা সাদৰ-সহযোগিতাৰ কাৰণে মই তেওঁলোকৰ কথা সদায়ে মনত ৰাখিম।

বহুতো বন্ধু আৰু শুভাকাঙ্ক্ষীয়ে যেতিয়া জানিব পাৰিলে যে মই ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয় সম্বন্ধে এখন কিতাপ লিখিবলৈ যত্ন কৰিছোঁ, তেওঁলোকে স্ব-ইচ্ছাৰে তেওঁৰ জীৱন আৰু কৰ্ম সম্বন্ধে মোক ভালেখিনি তথ্য আগবঢ়ালে। মই তেওঁলোকৰ ওচৰত কৃতজ্ঞ। মোৰ পুত্ৰ ৰাইভা কে. কিন্দিয়াই আগ্ৰহ কৰি যত্নেৰে সৈতে এই কিতাপখনৰ পাণ্ডুলিপি পঢ়িছে আৰু মূল্যবান দিহা-পৰামৰ্শ দিছে; তেওঁৰো মই শলাগ লৈছোঁ।

**পি. আৰ. কিন্দিয়া**

# ভূমিকা

তেওঁ গাড়ী এখনৰ ভিতৰত গাম্ভীৰ্যপূৰ্ণভাৱে আৰামত বহি আছিল। কি যে এখন মুখ, শান্ত-সমাহিত, পৰুষোচিত অথচ অমায়িক! তেওঁৰ মুখৰ ভাব আৰু আচৰণ দেখি মই বিস্ময় মানিলোঁ। তেতিয়া মোৰ বয়স ছয় বছৰমানহে হ'ব। মই শব্দ নকৰাকৈ মনে মনে চিঞৰিলোঁ 'বাঃ জয়'! মোৰ লগত থকা বন্ধুজনেও তেওঁৰ মনৰ ভাব প্ৰকাশ কৰি 'বাঃ, জয়' বুলি চিঞৰি উঠিল। আমাৰ আকৰ্ষণৰ কেন্দ্ৰস্বৰূপ মানুহজনৰ কাষতে বহি থকা শ্বেতকায় আমেৰিকান মহিলা, শ্ৰীমতী নিকলছ ৰয়ৰ ওপৰতে মোৰ বন্ধুৰ দৃষ্টি স্থিৰ হৈ আছিল। তেওঁ কেনে মনোমোহা মহিলা আছিল! শ্বিলঙত, কোৱালাপট্টিত 'মাউনটেইন ভিউ' নামৰ যিটো ঘৰত নিকলছ ৰয় সপৰিয়ালে বাস কৰিছিল, গাড়ীখন লাহে লাহে সেইফালেই গৈ আছিল। 'বাঃ জয়' বা ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয় নামৰ মন্ত্ৰীজনৰ লগত সেয়া মোৰ প্ৰথম সাক্ষাৎ আছিল। কেন্টনমেণ্ট অঞ্চলৰ পিল্টন বজাৰত আমি বাস কৰিছিলোঁ, আৰু ই আছিল কোৱালাপট্টিৰ কাষতে। মই কোৱালাপট্টিৰ স্কুললৈ যাবলৈ আৰম্ভ কৰাৰ সময়ত এই দম্পতীক প্ৰায়ে দেখা পাইছিলোঁ, কিন্তু বেছিভাগ সময়তে ৰেভাৰেণ্ড অকলে আছিল। সৰু ল'ৰা বুলিয়েই আমি 'মাউনটেইন ভিউ'ৰ ওচৰলৈ গৈছিলোঁ, ই আছিল এটা ৰঙা চাল থকা দুমহলীয়া ধুনীয়া ঘৰ, লগতে আহল-বহল ঘাঁহনি, আৰু টেনিছ কোৰ্ট, য'ত তেওঁৰ পুত্ৰসকলে প্ৰায় সদায়ে টেনিছ খেলিছিল। আমি ইয়াক এটা প্ৰাসাদস্বৰূপ অট্টালিকা যেন দেখিছিলোঁ। বাঃ জয় তেওঁৰ চোতালত জুম খাই থকা লোকসকলৰ লগত সকলো সময়তে ব্যস্ত হৈ থাকিছিল।

দহ বছৰমানৰ পাছত আমাৰ চুবুৰিত হোৱা প্ৰলয়ংকৰী অগ্নিকাণ্ডত আমাৰ পিল্টন বজাৰৰ ঘৰ পুৰি যোৱাত, মই কোৱালাপট্টিত আমাৰ মোমাইদেউৰ ঘৰত থাকিবলৈ গ'লো। আমাৰ পৰিয়ালটো ৰাজনীতিত সক্ৰিয় আছিল কাৰণে, কংগ্ৰেছে ভাৰতক স্বাধীন কৰাৰ কাৰণে যি কৌশল অৱলম্বন কৰিছিল, সেই বিষয়ে প্ৰায়ে আমাৰ ঘৰত আলোচনা কৰা হৈছিল। এনেকুৱা ৰাজনৈতিক পৰিৱেশত বুৰ গৈ থকা কাৰণে, মই স্বাভাৱিকতে ৰাজনৈতিক ঘটনাৱলীৰ প্ৰতি, বিশেষকৈ ব্ৰিটিছৰ হাতৰপৰা ভাৰতক মুক্ত কৰাৰ কাৰণে তীব্ৰভাৱে আগ্ৰহশীল আছিলো। আমাৰ পৰিয়ালৰ লোকসকল সদায়ে চি. আই. ডি. আৰু চোৰাংচোৱা বিভাগৰ লক্ষ্যস্থল আছিল। ত্ৰিশৰ দশকত আৰু

চল্লিশৰ দশকৰ প্ৰথমভাগত জিলা কংগ্ৰেছ পাৰ্টিৰ সাধাৰণ সম্পাদক হৈ থকা মোৰ মোমাইদেউ, স্বৰ্গীয় ৰেলছৰ ৰয় কিন্দিয়া আছিল এই হাৰাশাস্তিৰ লক্ষ্য। মোৰ মনত আছে যে ১৯৪২ চনত 'ভাৰত ত্যাগ আন্দোলন'ৰ সময়ত এদিন সাধাৰণ পোছাক পিন্ধা পুলিচৰ মানুহ আহি আমাৰ পল্টন বজাৰৰ ঘৰত হঠাতে সোমাই আপত্তিজনক নথি-পত্ৰ আৰু জাতীয় নেতাসকলৰ ফটো ইত্যাদি বিচাৰিছিল। সৌভাগ্যক্ৰমে আমি এনে আঁচনিৰ সম্ভেদ এদিন আগতেই পাইছিলোঁ, আৰু আমি মহাত্মা গান্ধী, সুভাষ চন্দ্ৰ বসু আৰু জৱাহৰলাল নেহৰুৰ ফটোবোৰ আৰু কংগ্ৰেছ পাৰ্টি সম্পৰ্কীয় নথি-পত্ৰৰ সকলো ফাইল এখন নিৰাপদ ঠাইত আঁতৰাই থৈছিলোঁ। আমাৰ ঘৰত একো আপত্তিজনক বস্তু নেপাই পুলিচ হতাশ হৈছিল।

'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত ৰেভাৰেণ্ড নিকলছ ৰয়ে নিজকে এই আন্দোলনৰপৰা অলপ আঁতৰাই ৰাখিছিল। মই সঠিককৈ ক'ব নোৱাৰিলো, সম্ভৱতঃ তেওঁ খ্ৰীষ্টধৰ্ম আৰু গিৰ্জাৰ কামতে ব্যস্ত আছিল। ধৰ্ম সম্পৰ্কীয় কামৰ কাৰণে তেওঁ ১৯৪৩ চনত আমেৰিকালৈ গৈছিল আৰু ১৯৪৫ চনত তাৰপৰা ঘূৰি আহিছিল। তেতিয়ামানে মই তেওঁক আৰু অন্তৰঙ্গভাৱে জানিব পাৰিছিলো। ঊনৈশ শ পঞ্চল্লিশ চনৰ ডিচেম্বৰ মাহত যেতিয়া পণ্ডিত জৱাহৰলাল নেহৰু শ্বিলঙলৈ আহে, তেওঁ আমাৰ চুবুৰিতে ৰেভাৰেণ্ড নিকলছ ৰয়ৰ আলহীৰূপে আছিল, আৰু তেতিয়া মই এজন ৰাজনৈতিক কৰ্মীস্বৰূপে ৰেভাৰেণ্ডৰ লগত কাম কৰি আছিলোঁ। বিয়াল্লিশৰপৰাই স্বাধীনতা সংগ্ৰামৰ লগত, মাজে-মাজে অলপ দিনৰ কাৰণে হ'লেও যুক্ত হৈ থকাৰ কাৰণে, স্বাধীনতা অৰ্জনৰ পথ সোনকালে অতিক্ৰম কৰাৰ কাৰণে আমাৰ শক্তি অনুসাৰে অৱদান দিবলৈ, অন্যান্য যুৱনেতাসকলৰ লগত ১৯৪৬ চনৰ প্ৰথম ভাগত মই দিল্লীলৈ গৈছিলোঁ। আনকি সেই সময়তো, আমাৰ মাজৰ কিছুমানে ব্ৰিটিছক বিশ্বাস কৰা নাছিল, কাৰণ আগতেও তেওঁলোকে নিজে কৰা প্ৰতিজ্ঞাবোৰ ৰখা নাছিল, আৰু এতিয়াও প্ৰতিজ্ঞা কৰি তাক ভঙ্গ কৰাটো ব্ৰিটিছৰ বাবে মুঠেই অসম্ভৱ নাছিল।

দিল্লীৰপৰা উভতি আহি মই উদ্যমেৰে সৈতে ৰেভাৰেণ্ড নিকলছ ৰয়ৰ নিৰ্বাচনী অভিযানত জঁপিয়াই পৰিলোঁ। তেওঁ কংগ্ৰেছ পক্ষৰ প্ৰাৰ্থী আছিল, আৰু সহজেই নিৰ্বাচনত জয়লাভ কৰিলে।

মই ক্ৰমে অধিকতৰৰূপে ৰেভাৰেণ্ড নিকলছ ৰয়ৰ ৰাজনীতিৰ প্ৰতি আকৰ্ষিত হৈ পৰিলোঁ। প্ৰথমতে তেওঁৰ জ্ঞান আৰু বহল দৃষ্টিভঙ্গীৰদ্বাৰা মই মুগ্ধ হ'লোঁ। যদিও তেওঁ এজন খাছী জনজাতীয় দেশপ্ৰেমিক আছিল, তেওঁৰ উদ্দেশ্য আছিল সমগ্ৰ দেশৰ হিত সাধন কৰা। দ্বিতীয়তে, তেতিয়াৰ উত্তৰ-পূব অঞ্চলক প্ৰতিনিধিত্ব কৰা সমগ্ৰ অসমৰ জনজাতিসকলৰ নিজস্ব অস্তিত্বৰ ৰক্ষণাবেক্ষণৰ কাৰণে তেওঁ স্পষ্টভাৱে আৰু সাহসেৰে যি মত ব্যক্ত কৰিছিল, সেইটো সেই লোকসকলৰ আশা-আকাংক্ষাৰ সৈতে মিলি গৈছিল। তৃতীয়তে, তেওঁৰ নীতিবোৰ কিছুমান মূল্যবোধ আৰু নৈতিক নিয়মৰ ওপৰত প্ৰতিষ্ঠিত আছিল আৰু আনকি যেতিয়া তেওঁৰ ৰাজনৈতিক স্থিতি দুৰ্বল হোৱাৰ সম্ভাৱনা দেখা গৈছিল, তেতিয়াও তেওঁ এইবোৰৰপৰা আঁতৰি যোৱা নাছিল। মোৰ মনত আছে

যে তেওঁ সুৰাপানৰ সম্পূৰ্ণ বিৰোধী আছিল। এবাৰ নিৰ্বাচনী প্ৰচাৰ অভিযানৰ সময়ত যেতিয়া কিছুমান মদপীয়ে তেওঁৰ বক্তৃতাৰ সময়ত বাধা দিবলৈ চেষ্টা কৰিছিল, তেওঁ সিহঁতক ধমকি দিছিল। তেওঁ কৈছিল যে তেওঁক মদপীসকলৰ ভোট নালাগে, আৰু আনকি যদি তেওঁলোকে ভোট দিয়েও, সেই ভোট গণনা কৰা নহ'ব। ৰাজনৈতিক সততা তেওঁৰ হাড়ে-হিমজুৰে আছিল। তেওঁ বিশ্বাস কৰিছিল যে জনসেৱা এটা মহান বৃত্তি আৰু তেওঁৰ বাবে ই আছিল সামাজিক, অৰ্থনৈতিক আৰু আধ্যাত্মিক সেৱাৰ সমন্বয়। চতুৰ্থতে, আমি আদৰ্শবাদী আছিলো কাৰণে, নিকল্‌ছ ৰয়ৰ ভিতৰত আমি আমাৰ অধিকাৰ আৰু উজ্জ্বল ভৱিষ্যতৰ বাবে যুঁজা এজন যোদ্ধাক দেখা পাইছিলো। তেওঁৰ নেতৃত্ব আৰু জ্ঞানৰ ওপৰত আমাৰ আস্থা আছিল, পঞ্চমতে, সেই সময়ৰ জাতীয় নেতা, বিশেষকৈ মহাত্মা গান্ধী আৰু পণ্ডিত নেহৰুৰ লগত তেওঁৰ ঘনিষ্ঠতা থকা কাৰণে আমি এটা নিৰাপত্তাৰ ভাব অনুভৱ কৰিছিলোঁ, আৰু সেই সময়ৰ যুৱকসকলৰ কৰ্মসূচীত প্ৰধান স্থান পোৱা জাতীয় আন্দোলনৰ সৈতে আমি একাত্ম অনুভৱ কৰিছিলোঁ।

অসমৰ পাৰ্বত্য অঞ্চলসমূহৰ ৰাজনৈতিক পৰিস্থিতিৰ বিশেষত্ব পণ্ডিত নেহৰুৱে উপলব্ধি কৰিছিল, আৰু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে আগবঢ়োৱা প্ৰস্তাৱ অনুসাৰে, খাছী আৰু জয়ন্তীয়া পৰ্বতাঞ্চলত এটা আঞ্চলিক দল গঠনৰ অনুমতি দিবলৈ মান্তি হৈছিল। এই দলটোৰ প্ৰস্তাৱিত নাম আছিল 'খাছী-জয়ন্তীয়া নেশ্যনেল কনফাৰেন্স' আৰু স্থিৰ কৰা হ'ল যে ই কংগ্ৰেছ পাৰ্টীৰ স্বীকৃতি লাভ কৰিব।

উনৈশ শ বাৱন্ন চনৰ সাধাৰণ নিৰ্বাচনৰ পাছত মই এই দলত যোগ দিলোঁ। এই নিৰ্বাচনত মোৰ ভূমিকা তেনেই নগণ্য নাছিল। নিৰ্বাচনৰ পাছত মই পাৰ্টিৰ যুটীয়া সম্পাদকৰূপে নিৰ্বাচিত হ'লোঁ।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয় আগতেই সংসদীয় আসনত আৱশ্যকতকৈও বহুত বেছি সংখ্যক ভোট পাই নিৰ্বাচিত হৈছিল, তেওঁ তেওঁৰ পাৰ্টিৰ সভাপতি আৰু আৰণ এলে সাধাৰণ সম্পাদক নিৰ্বাচিত হ'ল। এই সময়ৰপৰা মই অতি ওচৰৰপৰা ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মনটোৱে কিদৰে কাম কৰিছিল সেইটো বুজাৰ সুবিধা পালোঁ। তেওঁৰ সামাজিক, ৰাজনৈতিক আনকি আধ্যাত্মিক জগতো মোৰ ওচৰত মুকলি হৈ পৰিল। মোৰ নিঃকিন ঘৰলৈ তেওঁ প্ৰায়ে আহিছিল। ৰাজনীতি আৰু নৈতিকতা সম্বন্ধে আমি দীঘলীয়াকৈ আলোচনা কৰিছিলোঁ। মোৰ এনেকুৱা লাগিছিল যেন—মানুহৰ চৰিত্ৰ গঠন সম্পৰ্কে তেওঁ অতিকৈ চিন্তিত আছিল, বিশেষকৈ যুৱকসকলৰ চৰিত্ৰ সম্পৰ্কে। তেওঁ ভাবিছিল যে জনগণৰ কাম-কাজত তেওঁলোকেই বেছি গুৰুত্বপূৰ্ণ দায়িত্ব লোৱা উচিত। উন্নতি বুলিলে আজিৰ দিনত যি বুজা যায়, তেওঁৰ মূল্যায়নৰ তুলাচনীত তাৰ ঠাই তেনেই পিছফালে আছিল। তেওঁ এজন অসাধাৰণ পুৰুষ আৰু স্ত্ৰীসকলক তেওঁৰ বিশ্বস্ত কৰ্মীৰূপে বাছি লৈছিল। ৰাজহুৱা কামৰ কৰ্মীৰূপে কটোৱা জীৱনত তেওঁৰ যি গুণে মানুহৰ মনত সকলোতকৈ বেছি ছাপ বহুৱাইছিল, সি হ'ল তেওঁৰ ব্যক্তিত্বৰ মাজেৰে তীব্ৰতাৰে বৈ থকা নৈতিক সোঁত, আৰু তেওঁৰ চৰিত্ৰ সম্বন্ধে কোনেও কেতিয়াও সন্দেহ

কৰা নাছিল। তেওঁ এজন প্ৰচণ্ড শক্তিমান পুৰুষ আছিল। তেওঁ কদাচিতহে চাৰি পাঁচ ঘণ্টাতকৈ বেছি শুইছিল; আৰু চিন্তা বা ধ্যান কৰি আৰু লিখি তেওঁ সময় কটাইছিল। তেওঁ সকলো ধৰণৰ মতাদৰ্শৰ লোকক সাক্ষাৎ কৰিবলৈ সদায় সাজু আছিল। তেওঁ এজন সুদক্ষ বক্তাৰূপে পৰিগণিত হৈছিল। কামৰ প্ৰতি, বিশেষকৈ পৰিশ্ৰমৰ প্ৰতি তেওঁৰ নিষ্ঠা দেখি মই বিস্ময়ত হতবাক হৈছিলোঁ। নিজৰ জাতিৰ মানুহৰ আৰু মানৱ জাতিৰ সেৱাত নিজৰ জীৱন সম্পূৰ্ণ উছৰ্গা কৰি, সকলো কথাতে তেওঁ কঠোৰ শৃঙ্খলা মানি চলিছিল। আজিও মই এই কথা ভাবি আচৰিত হওঁ যে তেওঁৰ কি প্ৰচণ্ড শক্তি আছিল, সেই সময়ৰ সমস্যাবোৰৰ প্ৰতি তেওঁৰ কি গভীৰ মনঃসংযোগ আছিল, আৰু সাধাৰণ মানুহক তেওঁৰ ধাৰণাসমূহ সহজ ভাষাত বুজাই দিয়াত তেওঁৰ কেনে সামৰ্থ্য আছিল।

আন যিকোনো মানুহতকৈ জনসেৱাৰ অৰ্থ মই তেওঁৰপৰাই বেছিকৈ শিকিছিলোঁ। উত্তৰ-পূব অঞ্চলৰ পাৰ্বত্য এলেকাৰ জনজাতিসমূহৰ উপকাৰৰ হকে তেওঁ চলোৱা সংগ্ৰামৰ পৰিণতিস্বৰূপে ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীয়ে স্বীকৃতি দিয়া স্বায়ত্তশাসিত পৰিষদসমূহ দৰাচলতে যুগান্তকাৰী আছিল। এই কথাত কোনো সন্দেহ নাই যে জনজাতিসকলৰ মাজত স্বায়ত্তশাসনৰ ধাৰণাৰ মূল প্ৰেৰণা আছিল তেওঁৱেই, যিজনে জনজাতিসকলৰ কল্যাণৰ বাবে অক্লান্তভাৱে আৰু বিনাদ্বিধাই নিজৰ দেহ-মন দান কৰিছিল, অথচ এই পৰ্যন্ত কোনো নেতাই ইমানখিনি ত্যাগ স্বীকাৰ কৰা নাই। স্বায়ত্তশাসিত জিলা পৰিষদৰ স্থপতিৰূপে সংবিধান ৰচনাৰ ইতিহাসত তেওঁ নিজৰ স্থান সুদৃঢ় কৰি তুলিছিল।

আমাৰ লোকসকলৰ সেৱাত তেওঁৰ উৎসৰ্গীকৃত জীৱনৰ শ্ৰদ্ধাঞ্জলিস্বৰূপে এই পুথিখন যুগুতোৱা হৈছে। মই স্বীকাৰ কৰোঁ যে এই কিতাপখনত তেওঁৰ ৰাজহুৱা জীৱনৰ এটা অংশৰ ওপৰতহে আলোচনা সীমিত ৰখা হৈছে; ইয়াত বিশেষকৈ সংবিধানত ষষ্ঠ অনুসূচী অন্তৰ্ভুক্ত কৰাত তেওঁ আগবঢ়োৱা অৱদানৰ কথাহে আলোচনা কৰা হৈছে। জনগণৰ নেতা আৰু খ্ৰীষ্ট ধৰ্মৰ কৰ্মীৰূপে তেওঁৰ জীৱনৰ কেইটিমান গুৰুত্বপূৰ্ণ কথাৰ ওপৰতো ইয়াত আলোকপাত কৰা হৈছে। মই এই বিষয়ে বিশেষভাৱে সচেতন যে এই কিতাপখনত তেওঁক বুদ্ধি আৰু হৃদয়ৰ ফালৰপৰা অতি উচ্চ গুণসম্পন্ন এজন বিশিষ্ট নেতাৰূপে দাঙি ধৰাত যথেষ্ট ন্যায় কৰা হোৱা নাই, যদিও দৰাচলতে তেওঁ তেনেকুৱাই এজন নেতা আছিল। এক দুৰ্লভ ব্যক্তিত্বৰ অধিকাৰী, আধুনিক ভাৰতৰ এজন নিৰ্মাতা এইজন মহান ব্যক্তিৰ বিষয়ে হয়তো অদূৰ ভৱিষ্যতে এক বিস্তৃত জীৱনী লিখি উলিওৱা হ'ব। অন্তৰৰ গভীৰতম প্ৰদেশৰপৰা মই এই কথা অনুভৱ কৰিছোঁ যে—ৰাজনীতি আৰু ৰাজহুৱা জীৱনৰ আন বিভিন্ন ক্ষেত্ৰত এক জাতি হিচাপে আমি আজি যিখিনি সফলতা লাভ কৰিছোঁ, তেওঁৰ অবিহনে সেইখিনি কেতিয়াও সম্ভৱপৰ নহ'লহেঁতেন।

# 1

# ভাৰত আমাৰ দেশ

*"মই এজন মানুহ, আৰু মানৱতাৰ লগত সম্পৰ্ক থকা যিকোনো কথা জানিবলৈ মই আগ্ৰহী"।*
*—টেৰেন্স*

বিতৰ্কৰ সময়ত পৰিস্থিতি উত্তপ্ত হৈ গৈ আছিল, আৰু কেইঘণ্টামানৰ ভিতৰতে ই এটা সম্পূৰ্ণ বিস্ফোৰণত পৰিণত হ'ল। সেই দিনটো আছিল ৬ ছেপ্তেম্বৰ, ১৯৪৯ চন। দিল্লীত ভাৰতৰ সংবিধান সভাৰ সেইদিনাৰ বৈঠকত পৌৰোহিত্য কৰিছিল মাননীয় ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰ প্ৰসাদে। আলোচনাৰ বিষয় আছিল ভাৰতীয় খচৰা সংবিধানৰ ষষ্ঠ অনুসূচী। কেইবাগৰাকীও দক্ষ আৰু তেজস্বী বক্তাই তাত অংশ লৈছিল। ষষ্ঠ অনুসূচীৰ পৰিকল্পনাৰ প্ৰধান স্থপতি আৰু পাৰ্বত্য অঞ্চলৰ প্ৰতিনিধিত্ব কৰা অসমৰ (সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল) প্ৰতিনিধ ৰেভাৰেণ্ড জেমছ জয় মোহন নিকল্‌ছ ৰয়ৰ বক্তৃতা দিয়াৰ সময় আহিল। প্ৰথমতে তেওঁক দেখাত আত্মপক্ষ সমৰ্থন কৰা যেনেই লাগিছিল। কিন্তু যেতিয়া তেওঁ ক'বলৈ আৰম্ভ কৰিলে, কেইমিনিটমানৰ ভিতৰতে তেওঁৰ সুস্পষ্ট বাগ্মিতা, যুক্তি, বহল দৃষ্টিভঙ্গী আৰু দায়বদ্ধতাৰ ভাবে গোটেই সভাঘৰৰ শ্ৰোতাসকলৰ বাবে পৰিবেশেই একেবাৰে বেলেগ কৰি পেলালে। তেওঁৰ মুখৰপৰা নিঃসৃত হোৱা প্ৰত্যেকটো শব্দই সদস্যসকলে অতি মনোযোগেৰে শুনিলে। সেই দিনটো যথাৰ্থতে এটি স্মৰণীয় দিন আছিল।

সংবিধান সভাত বক্তৃতা দিয়াৰ আগে আগে তেওঁ নিশ্চয় বিজুলীবেগেৰে, তাৰ আগৰ কেইবছৰত হোৱা তেওঁৰ তিনিটা মনোগ্ৰাহী আৰু মনত দকৈ সাঁচ পেলোৱা অভিজ্ঞতাৰ কথা মনত পেলাইছিল। ইয়াৰে প্ৰথমটো হ'ল, ১৯৪৩ চনৰপৰা ১৯৪৫ চনলৈকে তেওঁৰ অষ্ট্ৰেলিয়া, আফ্ৰিকা, কানাডা আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণৰ অভিজ্ঞতা। মিত্ৰপক্ষই এক্সিছ বা জাৰ্মানীৰ পক্ষক যুদ্ধত পৰাজিত কৰাৰ পাছত ১৯৪৫ চনত ছানফ্ৰান্সিছকোত বহা বিশ্ব অভিৱৰ্তনত ৰাষ্ট্ৰসংঘই জন্ম লাভ কৰালৈকে, এই সমগ্ৰ ঘটনাৱলী সেই সময়ত ৰেভাৰেণ্ড ৰয়ে আমেৰিকাত ভ্ৰমণৰত অৱস্থাত নিচেই ওচৰৰ

পৰা প্ৰত্যক্ষ কৰাৰ সুযোগ পাইছিল। ঊনৈশ শ পঞ্চল্লিশ চনৰ ২৫ এপ্ৰিলৰপৰা ২৬ জুনলৈ চলা ঐতিহাসিক ছানফ্ৰান্সিছকো অভিৱৰ্তনত ৰাষ্ট্ৰসংঘৰ চনদ যুগুতাই উলিয়াই তাক স্বাক্ষৰিত কৰা হ'ল। চীন, ফ্ৰান্স, আমেৰিকা আদি মিত্ৰপক্ষৰ সদস্য ৰাষ্ট্ৰসমূহে আৰু অন্যান্য ৰাষ্ট্ৰসমূহে এই চনদত অনুমোদন জনালে। আন্তৰ্জাতিক ৰাজনীতিৰ প্ৰশ্নত বিশ্বশক্তিবিলাকৰ পৰস্পৰৰ মাজত হোৱা যোগাযোগ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তীক্ষ্ণ মনোযোগেৰে পৰ্যবেক্ষণ কৰিছিল আৰু বিশেষকৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতি মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মনোভাৱ দেখি আনন্দিত হৈছিল। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু আৰু সেই যুগৰ অন্যান্য ভাৰতীয় নেতাসকলৰ প্ৰতি বিশ্বৰ নেতাসকলে দেখুওৱা প্ৰগাঢ় শ্ৰদ্ধাৰ কথাও তেওঁ লক্ষ্য কৰিছিল। ভাৰতৰ ক্ষিপ্ৰ স্বাধীনতাৰ সপক্ষে মতামত সবল হৈ উঠিছিল। আমেৰিকাৰ ৰাষ্ট্ৰপতি ফ্ৰেঙ্কলিন ৰুজভেল্টে অকপটভাৱে ভাৰতৰ স্বাধীনতাৰ হকে সমৰ্থন জনালে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে আমেৰিকাত প্ৰেম, অহিংসা আৰু ভাৰতীয় জাতীয়তাবাদৰ বাণী প্ৰচাৰ কৰাত এক অনন্য ভূমিকা পালন কৰিছিল। আমেৰিকাত দিয়া তেওঁৰ বক্তৃতাসমূহত গান্ধীজীৰ দৰ্শনৰ প্ৰভাৱ দেখা পোৱা গৈছিল।

দ্বিতীয়তে, ১৯৪৫ চনৰ নৱেম্বৰ মাহৰ ৩ তাৰিখে ভাৰতত পদাৰ্পণ কৰি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অকণো সময় অপব্যয় নকৰি সেই সময়ৰ প্ৰখ্যাত ভাৰতীয় নেতাসকলক লগ ধৰিলে। আৰু, বিশেষকৈ জৱাহৰলাল নেহৰুৰ লগত তেওঁৰ ভাল ব্যক্তিগত সম্পৰ্ক আছিল। ঊনৈশ শ পঞ্চল্লিশ চনৰ ডিচেম্বৰ মাহত জৱাহৰলাল নেহৰু যেতিয়া শ্বিলঙলৈ যায় তেতিয়া ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ কোৱালাপট্টিৰ ঘৰ 'মাউন্‌টেইন ভিউত' তেওঁক আলহীৰূপে ৰাখিছিল। দুয়োজন নেতাৰ মাজত হোৱা আলোচনাৰ ফলত, পাৰ্বত্য অঞ্চলৰ অধিবাসীসকলৰ লগত ভাৰতৰ সম্পৰ্ক সম্বন্ধে এটা বহল ঐক্যমত পোৱা গৈছিল। উত্তৰ পূৰ্বাঞ্চলৰ পাৰ্বত্য এলেকাবোৰৰ ভৱিষ্যত সম্বন্ধে তলে তলে আলোচনা আৰু গোপনীয় ৰাজনৈতিক প্ৰচেষ্টা চলি আছিল। নেতাসকলে ৰাজনৈতিক গুৰুত্বসম্পন্ন উত্তপ্ত সমস্যাবোৰৰ বিষয়েও আলোচনা কৰিছিল।

> প্ৰথম পদক্ষেপ লোৱা হৈছিল এখন 'প্ৰোটেক্টোৰেট' বা আশ্ৰিত ৰাজ্য গঠন কৰিবলৈ, যাৰ নাম হ'ব খাছীয়া আৰু জয়ন্তীয়া পাহাৰ (খাছীয়া সামন্ত ৰাজ্যবিলাককো লৈ), অসমৰ অন্যান্য পাৰ্বত্য অঞ্চল, মণিপুৰ ৰাজ্য, আৰু ভাৰতৰ সীমান্তৰপৰা ব্ৰহ্মদেশলৈ বিয়পি থকা অঞ্চল। ব্ৰিটেইনৰ সম্ৰাটৰ উপনিবেশ হিচাপে এই আশ্ৰিত ৰাজ্যখনে ব্ৰিটেইনৰ লগত পোনে পোনে সম্পৰ্ক ৰখাৰ কথা আছিল।
>
> অসম চৰকাৰৰ কেইজনমান বিষয়াই সম্পূৰ্ণ গোপনীয়তাৰে এই আঁচনিখন তৈয়াৰ কৰি উলিয়াইছিল। এই আঁচনিৰ উদ্দেশ্য আছিল ব্ৰিটেইনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক নিৰাপত্তাৰ অধীনত ভাৰতৰপৰা পৃথক এখন নতুন সাৰ্বভৌম ৰাষ্ট্ৰ গঢ়ি তোলা আৰু ভাৰতৰ অন্যান্য অংশৰ সৈতে ইয়াৰ সম্পৰ্ক ছেদ কৰা। স্বাভাৱিকতে এই বিষয়াসকলে আঁচনিখনৰ বাবে যথেষ্ট কষ্ট কৰিছিল আৰু

কেইজনমান জননেতাৰো এই আঁচনিৰ প্ৰতি বিৰূপ মনোভাৱ নাছিল বুলিয়েই জনা যায়। এই কথা মনত ৰাখিব লাগিব যে সেই সময়ত 'চাহেপ' নামৰে জনাজাত শ্বেতাঙ্গ শাসকসকলৰ প্ৰতি, বিশেষকৈ জনজাতি লোকসকলৰ এক ধৰণৰ আসক্তি আছিল। শ্বেতাঙ্গসকলৰ প্ৰতি তেওঁলোকৰ প্ৰগাঢ় শ্ৰদ্ধা আছিল। এইটোও মানি ল'ব লাগিব যে শ্বেতাঙ্গ শাসকসকলৰ ভিতৰত কিছুমান চৰিত্ৰবান, ন্যায়পৰায়ণ আৰু শৃঙ্খলা মানি চলা ব্যক্তি আছিল।

জনজাতীয় সমাজৰ এক অংশৰ শ্বেতাঙ্গ শাসকসকলৰ প্ৰতি শ্ৰদ্ধা আছিল—সি কোনো কোনো ক্ষেত্ৰত প্ৰায় দাসত্বৰ পৰ্যায়ৰ আছিল। শাসনকাৰ্যৰ কলাত, ব্ৰিটিছসকল সুদক্ষ আছিল, বিশেষকৈ যিবোৰ অঞ্চলত মানুহবিলাক শিক্ষা আৰু অৰ্থনৈতিক ক্ষেত্ৰত অনগ্ৰসৰ আছিল। ব্ৰিটিছে নিজৰ কাম নিয়াৰিকৈ চলাই নিবলৈ 'কেতিয়াবা বঁটা কেতিয়াবা খুন্দা' নীতি অৱলম্বন কৰিছিল, কিন্তু একে সময়তে এনেকুৱা এটা শ্ৰেণীৰ সৃষ্টি কৰা হৈছিল যি ব্ৰিটিছৰ ইচ্ছা-অনিচ্ছাৰ ওচৰত সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিছিল। জনজাতীয় লোকসকলৰ মনত এই কথাষাৰ দকৈ সুমুৱাই দিয়া হৈছিল যে,—"শ্বেতাঙ্গ শাসকসকলে কোনো ভুল নকৰে।" আৰু তেওঁলোক এই কামত প্ৰায় সফল হৈছিল। এই লেখকৰ মনত আছে যে শ্বিলঙত ১৯৩০ৰ দশকত, আনকি ১৯৪০ৰ দশকৰ প্ৰথম ফালেও, এজন 'চাহেপে' আলিয়েদি খোজকাঢ়ি গ'লে স্থানীয় লোকসকলে অভিবাদন জনাই তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিব লাগিছিল। 'চাহেপ' বা শ্বেতাঙ্গসকলে নিজকে সদায় এনেভাৱে দেখুৱাবলৈ যত্ন কৰিছিল, যেন তেওঁলোকেই জনজাতীয় লোকসকলৰ প্ৰকৃত ৰক্ষক। বিশেষ সময়ত, বিশেষ লোকৰ মাজত উপহাৰ আদি বিতৰণ কৰি তেওঁলোকে এই কাম কৰিছিল।

এইবোৰ কাৰণতে এখন ব্ৰিটিছৰদ্বাৰা সংৰক্ষিত ৰাজ্য সৃষ্টি কৰাৰ বাবে এক বিস্তৃত আঁচনি যুগুত কৰা হৈ আছে বুলি জনাজাত হোৱাত কেইজনমান নেতা যথেষ্ট আনন্দিত হ'ল। তেওঁলোকে অনুভৱ কৰিলে যে এজন বাদামী বৰণৰ বা ক'লা চয়তানতকৈ শ্বেতাঙ্গ চয়তানেই ভাল।

সৌভাগ্যক্ৰমে ৰেভাৰেণ্ড জে. জে. এম. নিকল্ছ ৰয়ে এই গোপন আঁচনিখনৰ কথা জানিব পাৰিলে, আৰু জৱাহৰলাল নেহৰুৰ সৈতে লগলাগি ইয়াক কলিতে বিনাশ কৰিলে। ব্ৰিটিছ সংসদৰ প্ৰতিনিধি দলৰ চেয়াৰমেনলৈ এমাহ পাছতে দিয়া স্মাৰকপত্ৰত এই বিপদজনক প্ৰচেষ্টা সম্বন্ধে কোনো সঙ্কোচ নকৰাকৈ ৰেভাৰেণ্ড নিকল্ছ ৰয়ে কৈছিল ঃ

"যোৱা কিছুদিনৰপৰা আমি শুনিবলৈ পাইছোঁ যে অসমৰ কিছুমান বিষয়াই গোপনভাৱে চলোৱা এক চেষ্টাৰদ্বাৰা মোৰ জিলা খাছী আৰু জয়ন্তীয়া পাহাৰক অসমৰ পৰা বিচ্ছিন্ন কৰি তাক 'উত্তৰ-পূব সীমান্ত আশ্ৰিত ৰাজ্য' নামৰ এখন সংৰক্ষিত প্ৰদেশৰ অন্তৰ্ভুক্ত কৰিব খুজিছে, যাৰ ভিতৰত থাকিব অসমৰ সকলো পাৰ্বত্য অঞ্চল, মণিপুৰ ৰাজ্য আৰু খাছী ৰাজ্যবিলাক আৰু ব্ৰহ্মদেশলৈকে বিয়পি থকা সীমান্তৰ বহিৰ্ভূত সমগ্ৰ অঞ্চল।"

'ই এটা গোপন প্ৰচেষ্টা, যাৰ সম্বন্ধে কেৱল কেইজনমান বিষয়াইহে প্ৰকৃততে জানে। এইখন আঁচনিৰনো উদ্দেশ্য কি, তাক আমি জানিব পৰা নাই, কিয়নো এইখন এতিয়াও প্ৰকাশ কৰা হোৱা নাই।''

''আমি বুজিব পাৰিছোঁ যে এই সংৰক্ষিত ৰাজ্যখন সম্ৰাটৰ তলতীয়া উপনিবেশ হ'ব, যিখন ৰাজনৈতিক বিষয়াসকলৰ অধীনত থাকিব আৰু ই সাধাৰণ শাসনতন্ত্ৰৰ আইন অনুসাৰে শাসিত নহ'ব। অসম প্ৰদেশ আৰু ভাৰতৰ লগত এই জিলাৰ সম্পৰ্ক ছেদ কৰাৰ উদ্দেশ্যে তৈয়াৰ কৰা এই আঁচনিৰ, মই আৰু আমাৰ জনগণ নিশ্চিতভাৱে বিৰোধী। মই কল্পনা কৰিব নোৱাৰো যে কোনো ভাল আৰু সৎ উদ্দেশ্য থকা ব্ৰিটিছ লোকে আমাক এইদৰে ব্যৱহাৰ কৰাৰ কথা আনকি ভাবিবও যে পাৰে।''

দ্বিতীয় প্ৰচেষ্টাটো আছিল, খাছী আৰু জয়ন্তীয়া পাহাৰৰ অধিবাসীসকলক পাকিস্তানৰ সৈতে লগ লাগিবলৈ প্ৰৰোচিত কৰা। বঙ্গদেশ, কাছাৰ জিলা, খাছী আৰু জয়ন্তীয়া পাহাৰ আৰু গোৱালপাৰাক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ মুছলিম লীগে এখন বিস্তৃত আঁচনি যুগুতাই উলিয়ালে। ১৯৪৭ চনৰ ৬ আৰু ৭ জুলাইত হোৱা গণভোটৰ পাছত বাস্তৱিকতে পাকিস্তানে অসমৰ চিলেট জিলাৰ এটা ডাঙৰ অংশ লাভ কৰিলে। পূৰ্ববঙ্গ আগতেই পাকিস্তানে লাভ কৰিছিল। তথাপিও লীগ সন্তুষ্ট হোৱা নাছিল আৰু কাছাৰ, খাছী-জয়ন্তীয়া পাহাৰ অঞ্চল, আৰু গোৱালপাৰাক পূব পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ কাৰণে বাৰে বাৰে দাবী জনাইছিল।

এই কথা স্মৰণযোগ্য যে ব্ৰিটিছ ভাৰতৰ তথা সমগ্ৰ পৃথিৱীৰ মনোমোহা পাৰ্বত্য অঞ্চলসমূহৰ এখন শ্বিলঙৰ ওপৰত মুছলিম লীগে চকু দিয়াৰ কথা তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে জানিব পাৰিলে। বৰদলৈয়ে যেতিয়া ভাইছৰয় মাউণ্টবেটেনক লগ ধৰে, তেতিয়া ভাইছৰয়ে আকস্মিকভাৱে তেওঁক অসমৰ ৰাজধানী শ্বিলঙৰ বিষয়ে কিছুমান প্ৰশ্ন কৰিছিল। বৰদলৈ বিমূঢ় হৈছিল, কিন্তু তেওঁ নীৰৱে থাকিল। ৰেডক্লিফ মিছনে লীগৰ দাবী মানি ল'ব পাৰে বুলি বৰদলৈৰ আশঙ্কা আৰু বাঢ়িল। বৰদলৈয়ে মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, বল্লভভাই পেটেল আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয়ক সকলো কথা জনাই লৰ্ড মাউণ্টবেটেনৰ লগত আৰু এটা সাক্ষাৎকাৰৰ ব্যৱস্থা কৰিলে। নতুন দিল্লীৰ ইম্পিৰিয়েল হোটেলত এই বৈঠক অনুষ্ঠিত হয়। তাত তেওঁলোক দুয়ো যেতিয়া সম্পূৰ্ণ অকলশৰে আছিল, লৰ্ড মাউণ্টবেটেনে বিশ্বস্তভাৱে বৰদলৈক জনায় যে মুছলিম লীগে প্ৰবল শক্তিৰে সৈতে কাছাৰ, খাছী আৰু জয়ন্তীয়া পাহাৰ অঞ্চল আৰু গোৱালপাৰা জিলা দাবী কৰাৰ প্ৰচেষ্টা কৰিছে, কিন্তু তেওঁ নিজে সেই অঞ্চলবোৰ পূৰ্ববঙ্গৰ লগত চামিল কৰিবলৈ লীগে কৰা দাবী মানি ল'বলৈ ইচ্ছুক নহয়।

ইয়াৰ বহুত দিন পাছত, ১৯৪৮ চনত (১৯ এপ্ৰিলত) বৰদলৈয়ে কলিকতাৰপৰা বল্লভভাই পেটেললৈ লিখা চিঠিত মুছলিম লীগে খাছী আৰু জয়ন্তীয়া পাহাৰ অঞ্চল আৰু অন্যান্য পাৰ্বত্য অঞ্চলক পূব পাকিস্তানৰ লগত সংযুক্ত কৰাৰ কাৰণে শক্তিশালী প্ৰচাৰ কাৰ্য চলাব বুলি হোৱা তেওঁৰ আশঙ্কাৰ কথা ব্যক্ত কৰিছিল।

এনেকৈ দেখা যায় যে, পাৰ্বত্য অঞ্চলৰ অধিবাসীসকলক পাকিস্তানৰ সৈতে লগ লাগিবলৈ প্ৰৰোচিত কৰাৰ কাৰণে এক তীব্ৰ অভিসন্ধিমূলক আঁচনি যুগুতাই উলিওৱা হৈছিল। সৌভাগ্যক্ৰমে জৱাহৰলাল নেহৰু আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়—এওঁলোক দুয়োজনৰে জাতীয়তাবাদী প্ৰকৃতি, দূৰদৃষ্টি আৰু অৱস্থাৰ বাস্তৱ পৰিস্থিতিৰ সম্বন্ধে থকা জ্ঞানৰদ্বাৰা এই বিপদজনক ৰাজনৈতিক প্ৰচেষ্টাবোৰ ব্যাহত কৰিব পৰা গ'ল আৰু পাৰ্বত্য অঞ্চলবোৰ ভাৰতৰ অংশ হৈয়ে থাকিল। সৰ্বোপৰি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এই কথাকেই প্ৰমাণ কৰিলে যে তেওঁ এজন হাড়ে-হিমজুৰে ভাৰতীয় জাতীয়তাবাদী।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এজন জাতীয়তাবাদী আৰু প্ৰকৃত নেতাৰূপে নিজৰ পূৰ্ণ স্বৰূপ প্ৰকাশ কৰিলে তেতিয়াই, যেতিয়া ব্ৰিটিছ সংসদৰ প্ৰতিনিধিদল শ্বিলঙলৈ আহিছিল। তেওঁ প্ৰতিনিধিদলক শ্বিলঙত লগ ধৰিব নোৱাৰিলে যদিও ১৯৪৬ চনৰ ২৯ জানুৱাৰীত এখন স্মাৰকপত্ৰ দিলে, য'ত পাৰ্বত্য অঞ্চলৰ লোকসকলৰ আশংকা আৰু আকাঙ্ক্ষাৰ কথা প্ৰকাশ কৰা হৈছিল। এটি সংক্ষিপ্ত বাক্যত তেওঁ তেওঁৰ স্মাৰকপত্ৰৰ সাৰমৰ্ম ব্যক্ত কৰিছিল। তাত কোৱা হৈছিল, "আমাৰ আকাঙ্ক্ষা ভাৰতৰ লগত সংযুক্ত।"

ঊনৈশ শ ছয়চল্লিছ চনটো এটা গুৰুত্বপূৰ্ণ বছৰ আছিল। সেই বছৰৰে ৯ জানুৱাৰীৰ দিনাখন নিৰ্বাচন অনুষ্ঠিত হয়। কংগ্ৰেছ পাৰ্টিয়ে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি ১০৩ জন সদস্যৰ সদনত ৬১ খন আসনত জয়লাভ কৰিলে। শ্বিলঙৰ নিৰ্বাচনৰ আসনৰ কাৰণে তিনিজন প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দ্বিতা কৰিছিল। কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে, 'খাছী-জয়ন্তীয়া ৰাজনৈতিক সমিতি'ৰ প্ৰাৰ্থীৰূপে আজ্ৰা সিং খোংফাইয়ে আৰু নিৰ্দলীয় প্ৰাৰ্থীৰূপে মেকডোনাল্ড কোঙৰে প্ৰতিদ্বন্দ্বিতাত নামিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে বিপুল ভোটাধিক্যত নিৰ্বাচিত হ'ল। ঊনৈশ শ ছয়চল্লিশ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনাখন শ্বিলঙত গোপীনাথ বৰদলৈৰ নেতৃত্বত নতুন কংগ্ৰেছ মন্ত্ৰীসভাই শাসনভাৰ গ্ৰহণ কৰিলে। ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়ক লৈ মন্ত্ৰীসভাখন নজন সভ্যৰে সৈতে গঠিত হ'ল।

ঊনৈশ শ ছয়চল্লিশ চনৰ ১৬ জুলাইত অসম বিধানসভাৰ অধিবেশন আৰম্ভ হোৱাত সংবিধান সভাত অসমৰ প্ৰতিনিধিত্ব কৰিবলৈ দহজন সভ্যক নিৰ্বাচন কৰিবলৈ বিধানসভাক দায়িত্ব দিয়া হ'ল। যিসকল বিশিষ্ট সভ্যক নিৰ্বাচন কৰা হ'ল, তাৰ ভিতৰত আছিল গোপীনাথ বৰদলৈ, ছাৰ ছাদুল্লা, ৰোহিনী চৌধুৰী, বসন্তকুমাৰ দাস আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়। বিধানসভাৰ এটা প্ৰস্তাৱৰদ্বাৰা প্ৰতিনিধিসকলক এইবুলি নিৰ্দেশ দিয়া হ'ল, যাতে তেওঁলোকে অসম প্ৰদেশৰ বাবে গ্ৰুপিঙৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে, আৰু তেওঁলোকৰ শক্তিক যেন কেৱল ভাৰতীয় সংবিধান গঢ়ি তোলাৰ কামতহে খটুৱায়, আৰু অসমৰ গঠন সম্পৰ্কে এটা মীমাংসাত উপনীত হয়।

প্ৰতিনিধিসকলক এইটো স্পষ্টকৈ জনোৱা হ'ল যে তেওঁলোকে যেন কোনোমতে এখন গ্ৰুপ সংবিধান সৃষ্টি কৰাৰ কাৰণে মান্তি নহয়। যি প্ৰস্তাৱ গ্ৰহণ কৰোঁতে

তেওঁলোকেও সমৰ্থন জনাইছিল, সেই প্ৰস্তাৱ যেন তেওঁলোকে সৰ্বান্তঃকৰণে ৰূপায়িত কৰে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ বক্তব্যত নিজৰ দৃষ্টিভঙ্গী স্পষ্টকৈ প্ৰকাশ কৰি জনায় যে অসমৰ পাৰ্বত্য অঞ্চলবোৰৰ এক উচ্চ মানৰ স্বায়ত্তশাসনৰ বাবে তেওঁ কাম কৰিব খোজে, যাতে সেই অঞ্চলৰ অধিবাসীসকলক এক ধৰণৰ স্বায়ত্তশাসিত চৰকাৰ দিব পৰা যায়।

ঊনৈশ শ ঊনপঞ্চাছ চনৰ ৬ ছেপ্টেম্বৰত সংবিধান সভাত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে দিয়া বক্তৃতা স্মৰণীয়। যদিও তেওঁ জনজাতীয় লোকসকলৰ স্বাৰ্থৰ হকেই বক্তৃতা দিছিল, তথাপি তেওঁ ইয়াৰদ্বাৰা সম্প্ৰীতিৰ বাতাবৰণ গঢ়ি তোলাৰ ওপৰত আৰু প্ৰেম, যোগাযোগ আৰু পাৰস্পৰিক সহনশীলতাৰদ্বাৰা বিৰোধভাৱ নোহোৱা কৰাৰ ওপৰত গুৰুত্ব দিছিল। তেওঁ সজোৰে কৈছিল, "মই বিচাৰো সাৰ্বজনীন ভ্ৰাতৃত্ববোধ। মই ইয়াক সমগ্ৰ ভাৰততো বিচাৰোঁ আৰু জনজাতি সমাজৰ লোকসকলৰ মাজতো বিচাৰোঁ।" তেওঁ বিশ্বজনীনতাৰ ভাব আৰু মানৱজাতিৰ মাজত ভ্ৰাতৃত্বৰ ভাবনাৰেই এই কথা কৈছিল। তেওঁ ফঁহিয়াই কৈছিল, "সকলো মানুহকে সমান স্তৰলৈ দাঙি ধৰাৰ উচ্চ আদৰ্শৰ কথা মনত ৰাখিয়েই মই এই কথা কৈছোঁ।" ভাৰতৰ বিবেকৰ গভীৰতম প্ৰদেশত আঘাত কৰা ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ এই বক্তব্য সদনে গভীৰ মনোযোগেৰে আৰু নীৰৱতাৰে শুনি গৈছিল। বুৰঞ্জীৰ কথা মনত ৰাখিয়েই তেওঁ বক্তব্য ৰাখিছিল। শেষত তেওঁ কৈছিল, "ভাৰতেই আমাৰ দেশ।"

খাছী জাতিৰপৰা অহা পৰ্বত অঞ্চলৰ এজন অধিবাসীৰূপে তেওঁ তেওঁৰ অতীতৰ কথা পাহৰিব পৰা নাছিল। পাহৰিব পৰা নাছিল তেওঁৰ স্বাধীন হোৱাৰ আকাঙ্ক্ষা আৰু বিভিন্ন অসুবিধাৰ মাজেদি তেওঁ চলাই যোৱা সংগ্ৰামৰ কথা। অতীতৰ স্মৃতিৰে তেওঁৰ মন ভাৰাক্ৰান্ত হৈছিল।

# 2

## ঈশ্বৰৰ মৰমৰ সন্তান

*"ঈশ্বৰেই হোৱা উচিত আমাৰ সকলো আকাঙ্ক্ষাৰ লক্ষ্য, আমাৰ সকলো কৰ্মৰ ফল, আমাৰ সকলো আৱেগ-অনুভূতিৰ মূল নীতি আৰু আমাৰ সম্পূৰ্ণ আত্মাৰ চালিকা শক্তি।"*
*—মেচ্চিলন*

সেইদিনা আছিল ১৮৯৭ চনৰ ১২ জুন। প্ৰথমতে শুনা গ'ল সামান্য এটা হুৰহুৰ শব্দ, পাৰ হৈ গ'ল এটা সামান্য কঁপনি। কোনেও হয়তো এইটো লক্ষ্যই নকৰিলে। প্ৰায় এঘণ্টামান পাছত গাঁওখনত এটা ডাঙৰ জোকাৰণি অনুভূত হ'ল। কিন্তু অলপ পাছতে অহা নিস্তব্ধতাৰ কাৰণে আৰু ভালেখিনি সময় তেনেদৰেই থকাত, কোনেও এই জোকাৰণিৰ প্ৰতি বিশেষ মনোযোগ নিদিলে। পাৰ্বত্য অঞ্চলত এনেকুৱা সৰু-সুৰা কঁপনি প্ৰায়ে আহে, আৰু গাঁৱৰ মানুহবোৰৰো ইয়াক তেনেকৈ পাৰ হৈ যোৱা এটা সামান্য কঁপনি বুলি ধৰি লোৱাটো অভ্যাস হৈ গৈছে।

কিন্তু এইবাৰ যি নিস্তব্ধতা নামি আহিল, সি আছিল মনলৈ ভয় অনা বিধৰ। গাঁওবাসীয়ে সহজাত প্ৰবৃত্তিৰে ফুচফুচাই কথা পাতিবলৈ ধৰিলে। গাঁৱৰ কুকুৰবোৰৰ ভুকনি অস্বাভাৱিকভাৱে ডাঙৰ হৈ আহিল। জঙ্গলৰ ভিতৰত থকা চৰাইৰ বাহবোৰৰ পৰা চৰাইবোৰ উৰি গ'ল, ইপিনে ঘৰচীয়া কুকুৰাবোৰে ভয়তে অস্থিৰভাৱে ডিঙি মেলি মেলি কোঁক কোঁক কৰিবলৈ ধৰিলে। আনকি পোহনীয়া মেকুৰীবোৰেও অস্থিৰভাৱে ইফাল-সিফাল কৰিবলৈ ধৰিলে। চাৰিওফালে দেখা গ'ল এক অস্থিৰতাৰ ভাব।

হঠাতে আহিল এটা ডাঙৰ জোকাৰণি আৰু ঘৰবোৰ কঁপিবলৈ ধৰিলে। কেইছেকেণ্ডমান পাছত কঁপনি বন্ধ হ'ল। এইবাৰ মানুহবোৰ ভূইকঁপ সম্বন্ধে সচেতন হ'ল। আগতকৈ বেছি জোৰেৰে ঘৰবোৰ আকৌ কঁপিবলৈ ধৰিলে। মাটিৰ বহুত তলৰপৰা শুনা গ'ল গুৰু-গম্ভীৰ গৰ্জন। এইবাৰ ঘৰবোৰ আৰু বেছি উত্তেজিত হৈ ভাঙি পৰিল। মানুহ ঘৰৰ মজিয়াত বাগৰি পৰিল, আৰু যিসকলে তেতিয়াও নিজৰ ভাৰসাম্য ৰাখি আছিল, তেওঁলোকো বাহিৰলৈ পলাল। তেওঁলোকৰ ভিতৰত এজন চৈধ্য বছৰীয়া ল'ৰা আছিল, নাম তেওঁৰ জয়মোহন ৰয়।

তেতিয়াও জীয়াই থকা মানুহখিনি ভয়ত থৰহৰি কম্পমান হৈছিল। গাঁৱৰ মানুহবোৰে এফালৰপৰা আনফাললৈ বিশৃঙ্খলভাৱে দৌৰিবলৈ ধৰিলে। কেইছেকেণ্ডমানৰ ভিতৰতে নীৰৱে থিয় হৈ থকা পাহাৰবোৰ গৰ্জি উঠিল আৰু শীৰ্ষৰপৰা তললৈকে ফাটি গ'ল। ওপৰৰপৰা হুৰমূৰকৈ বাগৰি অহা পাহাৰৰ ভগ্নস্তূপৰ মাজত আবদ্ধ হৈ পৰিল অনেক লোক। গাঁৱৰ মাটি ফাটি গ'ল, আৰ্তনাদ কৰি থকা মানুহবোৰকো লৈ ঘৰবোৰ সপোনৰ নিচিনাকৈ, বিশাল ফাটবোৰৰ ভিতৰত অদৃশ্য হৈ গ'ল।

জয়মোহন ৰয়ৰ ভায়েকো এটা ফাটৰ মাজত পৰি বুকুলৈকে সোমাই গ'ল। জয়মোহন ৰয়ে তেওঁৰ সকলো শক্তিৰে সৈতে ভায়েকক টানি উলিয়াবলৈ চেষ্টা কৰিলে, কিন্তু ফাটটো বন্ধ হৈ গ'ল। ঠিক সেই সময়তে ফাটটো আকৌ অলৌকিকভাৱে মেল খাই গ'ল, আৰু ভায়েকক নিৰাপদ ঠাইলৈ টানি উলিয়াব পৰা গ'ল।

সকলো ঠাইৰপৰা বাচি থকা লোকসকলৰ আৰ্তনাদ শুনা গ'ল। চেলা নামৰ এই সমৃদ্ধিশালী গাঁওখন কেইমিনিটমানৰ ভিতৰতে অদৃশ্য হৈ গ'ল। ইয়াৰ ঐশ্বৰ্যশালী কমলা টেঙাৰ গছবোৰ বিশ্বাসঘাতিনী পৃথিৱীয়ে গিলি খাই পেলালে। গাঁওখনক যি ভয়ঙ্কৰ আঘাতে আচম্বিতে কাহিল কৰি দিছিল, তাৰ কঠোৰ স্মৃতিৰূপে ৰৈ গ'ল মাথোঁ ঘৰবোৰৰ ধ্বংসাৱশেষ।

জীৱন্ত অৱস্থাত থকা গাঁওবাসীসকলে পৰস্পৰৰপৰা শক্তি পাবলৈ, আৰু ইজনে সিজনক সান্ত্বনা দিবলৈ একেলগে গোটখাই থাকিল। তেওঁলোকৰ আনকি দিক্‌বিদিক্ জ্ঞানো নোহোৱা হ'ল। বৰষুণ আৰু এন্ধাৰেই তেওঁলোকৰ একমাত্ৰ সঙ্গী হৈ ৰ'ল।

জয়মোহন ৰয়ে গুলী খোৱা মানুহৰ নিচিনা প্ৰচণ্ড মানসিক আঘাত পালে। ৰক্ষা পোৱা মানুহবোৰে তেওঁলোকক ৰক্ষা কৰিবলৈ ঈশ্বৰক কৰা উপাসনাৰ শব্দহে যেন তেওঁৰ চেতনাৰ ভিতৰলৈ সোমাইছিল। তাত হিন্দু, মুছলমান, খাছীয়া মানুহো আছিল। কিন্তু সকলোৱে তেওঁলোকৰ পথ-নিৰ্দেশনা আৰু নিৰাপত্তাৰ কাৰণে ঈশ্বৰৰ প্ৰতি প্ৰাৰ্থনা জনাইছিল। আঘাতত বিমূঢ় হোৱা অল্পবয়স্ক ল'ৰাজনৰ মনলৈ অনেক প্ৰশ্ন আহিল ঃ "প্ৰকৃত ঈশ্বৰ কোন? প্ৰলয়, দুখ আৰু অত্যন্ত কঠিন পৰিস্থিতিৰ সন্মুখত মানুহে তেওঁলোকক ৰক্ষা কৰিবলৈ কিয় ঈশ্বৰৰ প্ৰতি কাতৰ প্ৰাৰ্থনা কৰিব লাগে?"

জয়মোহন ৰয়ৰ কম বয়সীয়া মনৰ ওপৰত ভূমিকম্পৰ এই সাংঘাতিক অভিজ্ঞতাবোৰে আৰু ইয়াৰ ধ্বংসকাৰী শক্তিয়ে মানুহক দিয়া নিৰ্যাতনে এটি মচিব নোৱৰা প্ৰভাৱ পেলালে। এই বিপৰ্যয়ৰ কথা পাহৰিবলৈ তেওঁ যিমানেই চেষ্টা কৰিছিল সিমানেই ই বাৰে বাৰে তেওঁৰ মনলৈ উভতি আহিছিল। দিনৰ পাছত দিন, মাহৰ পাছত মাহ পাৰ হৈ গ'ল, কিন্তু ভূইকঁম্পৰ অভিজ্ঞতাই তেওঁক ছাঁৰ নিচিনাকৈ অনুসৰণ কৰি আছিল। তেওঁ আনকি ইমানলৈকে ভাবিছিল যে, তেওঁ হয়তো বলীয়াই হৈ গৈছে। লাহে লাহে তেওঁৰ মনত এই ধাৰণা সোমাল যে তেওঁ যিমানেই সেই বিপৰ্যয়ৰ বাস্তৱ অভিজ্ঞতাৰপৰা হাত সাৰিবলৈ চেষ্টা কৰিছিল, সিমানেই ই তেওঁৰ পিছে পিছে আহিছিল। কিন্তু পলাই ফুৰিলেইতো সমস্যাৰ সমাধান নহয়! তেওঁ ইয়াৰ মুখামুখি হ'বই লাগিব।

পোন্ধৰ বছৰীয়া জয়মোহন ৰয়ে বাস্তৱতাৰ সন্মুখীন হ'বলৈ স্থিৰ কৰিলে। প্ৰথমতে তেওঁ ভূমিকঁম্পৰ অভিজ্ঞতাবোৰ বিশদভাৱে বেলেগ বেলেগকৈ মনত পেলাই আকৌ সেইবোৰৰ কথা একেলগে ভাবিবলৈ ল'লে। সম্পূৰ্ণ ঘটনাটো তেওঁৰ ইমান স্পষ্টভাৱে মনত পৰিছিল যে ই তেওঁক প্ৰায় স্তব্ধ কৰি দিলে। এই সকলো স্মৃতিৰ ভিতৰত সবাতোকৈ জীৱন্ত আছিল সৰ্বসাধাৰণৰ হতাশাজনক কাকূতি, "হে ঈশ্বৰ! আমাক ৰক্ষা কৰা।" ঈশ্বৰক ৰক্ষাকৰ্তা বুলি তেওঁক চিঞৰি মতা কথাটোৱে তেওঁক উপলব্ধি কৰালে যে নিজৰ অৱচেতন মনতো তেওঁ ঈশ্বৰকেই বিচাৰিছে—তেওঁক ৰক্ষা কৰিবলৈ, আৰু বাট দেখুৱাবলৈ। এইদৰে ভগৱানৰ সন্ধানৰ মাজেদিয়েই লাহে লাহে তেওঁ ঘূৰাই পালে মানসিক শান্তি।

ঈশ্বৰ কোন? তেওঁ কেনেকুৱা? মানুহৰ লগত তেওঁৰ সম্পৰ্ক কি? তেওঁৰ চেতন আৰু অৱচেতন মন এইবোৰ প্ৰশ্নই জুমুৰি দি ধৰিলে আৰু তেওঁৰ সম্পূৰ্ণ সত্তাৰেই এই অনুভূতি হ'ল যে—ঈশ্বৰেই প্ৰেম, আৰু মানৱজাতিৰ প্ৰতি তেওঁৰ মহান প্ৰেমৰ কাৰণতেই তেওঁ মানৱক সৃষ্টি কৰিছে। যদিও ডেকাজনৰ মন কুমলীয়া আছিল, জীৱন আৰু মৃত্যু সম্বন্ধে অভূতপূৰ্ব অভিজ্ঞতাৰ পৰিণতিত সেই মনে সোনকালে পূৰ্ণতা লাভ কৰিছিল। বহুত পাছত, যেতিয়া তেওঁ অসম তথা পাহাৰীয়া লোকসকলৰ স্বীকৃতিপ্ৰাপ্ত প্ৰতিনিধি হিচাপে ভাৰতীয় সংবিধান সভাৰ গণ্যমান্য সদস্যসকলৰ আগত তেওঁৰ বক্তব্য দাঙি ধৰিছিল, তেতিয়া তেওঁ এই অভিজ্ঞতাবোৰৰ কথা সোঁৱৰণ কৰিছিল।

চেলা গাঁৱৰ যিখন স্কুলত তেওঁ পঢ়িছিল, সেই স্কুলঘৰটো ভূমিকঁম্পত সম্পূৰ্ণ ধ্বংস হোৱা কাৰণে, জয়মোহন ৰয় অসমৰ ৰাজধানী শ্বিলঙলৈ পঢ়িবলৈ গ'ল। ধৰ্মৰ ক্ষেত্ৰত তেওঁৰ অভিজ্ঞতা লাভৰ বাসনা ক্ৰমে অধিক প্ৰগাঢ় হৈ আহিছিল, আৰু তেওঁৰ জ্ঞানৰ পৰিধিও বহল হৈছিল। শ্বিলঙত থাকোঁতে তেওঁৰ মনৰ ভিতৰতো এটা আধ্যাত্মিক ভূমিকঁম্প হৈ গ'ল, আৰু পোন্ধৰ বছৰৰ কোমল বয়সতে যীশু খ্ৰীষ্টক তেওঁৰ ত্ৰাণকৰ্তা বুলি তেওঁ গ্ৰহণ কৰিলে, কাৰণ তেওঁ আৱিষ্কাৰ কৰিছিল যে কেৱল মাত্ৰ খ্ৰীষ্ট ধৰ্মৰ বাণীৰ মাজেৰেহে সমাজত প্ৰেম পৰিব্যাপ্ত হ'ব। তেতিয়াও তেওঁলোকৰ স্বজাতীয় ধৰ্মকে অনুসৰণ কৰি থকা তেওঁৰ পৰিয়ালে এই ঘটনাত প্ৰচণ্ড আঘাত পালে। তাৰ কিছুদিন পাছত, তেওঁৰ ভায়েকেও খ্ৰীষ্ট ধৰ্মত দীক্ষা ল'লে।

জয়মোহন ৰয়ে তেওঁৰ এনট্ৰান্স পৰীক্ষাত (বৰ্তমানৰ মেট্ৰিকুলেচন বা হাইস্কুল লিভিং পৰীক্ষাৰ সমকক্ষ) উত্তীৰ্ণ হোৱাৰ পাছত কলিকতাৰ ডাচ্ কলেজত (বৰ্তমানে স্কটিছ চাৰ্চ কলেজ নামেৰে জনাজাত) শিক্ষা গ্ৰহণ কৰি থাকিল। কলিকতাত শিক্ষা লাভ কৰি থকা কালত বিভিন্ন খ্ৰীষ্ট ধৰ্মৰ বিভিন্ন সংস্থা, যেনে স্কটিছ চাৰ্চ, ছেলভেচন আৰ্মি ইত্যাদিৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক স্থাপন হৈছিল। তেওঁৰ বাবে ই এটা নতুন আৰু উদ্দীপনাময় অভিজ্ঞতা হ'ল। শ্বিলঙত থকা একমাত্ৰ খ্ৰীষ্টধৰ্মীয় দল বা সংঘ আছিল ৱেলছ মিছন। বিভিন্ন খ্ৰীষ্টধৰ্মীয় উপদলৰ মাজৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াবোৰে তেওঁক খ্ৰীষ্ট ধৰ্মৰ ব্যাখ্যাৰ ক্ষেত্ৰত হোৱা টনা-আঁজোৰাবোৰ পৰ্যবেক্ষণ কৰিবলৈ সুযোগ দিলে। ইয়াৰদ্বাৰা তেওঁৰ মনৰ পৰিধি আৰু ধৰ্মসম্পৰ্কীয় ধাৰণাবোৰ বহল হ'ল, আৰু তেওঁ

হিন্দু, ইছলাম আদি পৃথিৱীৰ অন্য ধৰ্মৰ কিতাপবোৰো পঢ়িবলৈ আৰম্ভ কৰিলে। তেওঁ যিমান বেছিকৈ অন্যান্য ধৰ্মৰ দৰ্শন পঢ়িলে আৰু সেইবোৰৰ গভীৰ শিক্ষাৰ ভিতৰুৱা অৰ্থ সম্বন্ধে জ্ঞান লাভ কৰিলে, সিমানেই তেওঁ প্ৰেমৰ শক্তি সম্বন্ধে বাইবেলে দিয়া শিক্ষাত আশ্বস্ত হ'ল। সেই শিক্ষা আছিল সকলোতকৈ মহান!

বি.এ. পাছ কৰাৰ পাছত জয়মোহন ৰয়ে দৰ্শনশাস্ত্ৰত এম.এ. পঢ়িবলৈ ল'লে। এনেকুৱা সময়তে, 'চাৰ্চ অব গড' (ঈশ্বৰৰ গিৰ্জাঘৰ) নামেৰে এটা খ্ৰীষ্টান সংঘ আমেৰিকাৰপৰা ভাৰতলৈ আহিল। তেওঁলোকে ভাৰতীয়সকলৰ লগত ভাবৰ আদান-প্ৰদান কৰিলে আৰু পৰস্পৰে পৰস্পৰক আৰু ভালকৈ জনাৰ উদ্দেশ্যে এটা ভাৰতীয় খ্ৰীষ্টান দলক আমেৰিকাৰ যুক্তৰাষ্ট্ৰ দৰ্শন কৰিবলৈ আমন্ত্ৰণ জনালে। আমন্ত্ৰণ গ্ৰহণ কৰা ভাৰতীয় খ্ৰীষ্টানৰ দলটোত উৰিষ্যাৰপৰা অহা আৰু ইছলাম ধৰ্মৰপৰা খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰা, এ.ডি. খাঁন নামৰ এজন শক্তিশালী ডেকা খ্ৰীষ্টান ধৰ্মযাজকো আছিল। আমেৰিকাৰ বিভিন্ন অংশত খাঁনে অতি উদ্যমেৰে ধৰ্মপ্ৰচাৰ কৰিছিল, আৰু কেলিফোৰ্ণিয়াৰ পশ্চিম উপকূলত তেওঁ এখন সভাত ভাৰতত স্ত্ৰীজাতিৰ অৱস্থা সম্বন্ধে আৰু তেওঁলোকৰ মুক্তিৰ আৱশ্যকতা সম্বন্ধে কৈছিল। সেই সময়ত, সামাজিক জীৱনত ভাৰতীয় স্ত্ৰীজাতিৰ অধিকাৰ বৰ সীমাবদ্ধ আছিল। তাৰ পাছত তেওঁ যীশুৰ ক্ৰুছৰ কথা আৰু মুক্তিৰ বাণী শুনালে। সেই জনসভাত প্ৰায় চৌব্বিছ বছৰীয়া এগৰাকী আমেৰিকাবাসী মহিলা খাঁনৰ বক্তব্য শুনি গভীৰভাৱে অভিভূত হ'ল, আৰু তেওঁ ভাৰতত থাকি মিছনেৰীৰূপে কাম কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। তেওঁৰ নাম আছিল নোৰা ইভলীন নিকল্‌ছ্। যেতিয়া কুমাৰী নিকল্‌ছৰ সৈতে এদল আমেৰিকাবাসী মিছনেৰী আহি হাওৰা ষ্টেচনত নামিল, তাত তেওঁলোকৰ ভাৰতীয় সঙ্গীসকলে তেওঁলোকক অভ্যৰ্থনা জনালে। জয়মোহন ৰয় এইসকলৰ ভিতৰত এজন আছিল।

মানুহৰ মাজত যীশু খ্ৰীষ্টৰ বাণী আৰু প্ৰেমৰ বাণী প্ৰচাৰ কৰিবলৈ দুয়োটা দলে গোট খাই, তিনি বছৰতকৈ বেছি দিন কাম কৰিছিল। ঈশ্বৰৰ সেৱাৰ কামত, য'ত নিজকে তেওঁলোকে সমৰ্পণ কৰিছিল, জয়মোহন ৰয় আৰু কুমাৰী নিকল্‌ছ্ আগৰণুৱা আছিল। তেওঁলোকৰ মাজত এটা ব্যক্তিগত বন্ধন গঢ় লৈ উঠাত তেওঁলোক বিবাহপাশত আবদ্ধ হ'বলৈ মন মেলিলে। দলৰ ভিতৰৰে এজন যাজক ব্ৰাদাৰ মণ্ডলক পুৰোহিত হিচাপে লৈ ১৯০৭ চনত কলিকতাত এই বিবাহ সম্পন্ন হ'ল। এটি নতুন জীৱন আৰু মানুহৰ সেৱাত এক নতুন অভিযান। তেতিয়া এজন ধৰ্মপ্ৰচাৰক হৈ পৰা জয়মোহন ৰয়ৰ নতুন নামকৰণ হ'ল—ৰেভাৰেণ্ড জেম্‌ছ্ জয়মোহন নিকল্‌ছ্ ৰয়। তেওঁৰ পত্নীৰ উপাধি 'নিকল্‌ছ্' আৰু এটা নাম 'জেমছ' সেই মহান মানুহজনৰ নামৰ লগত লগাই এটা সমন্বয় সাধিবলৈকে যত্ন কৰা হ'ল। তেওঁৰ নিজৰ জনসাধাৰণৰ ওচৰত অৱশ্যে তেওঁ জনাজাত আছিল 'বাঃ জয়' বুলি আৰু আজিও তেওঁক সেই নামেৰে সোঁৱৰা হয়। যথাৰ্থতে ঈশ্বৰৰ মহান প্ৰেমৰ অধিকাৰী আছিল তেওঁ।

এই প্ৰেমেই পাছৰ বছৰবিলাকত তেওঁক কেৱল নিজৰ জনসাধাৰণকেই নহয়, বৰং সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল তথা ভাৰতীয় উপমহাদেশৰ মানুহৰ সেৱাত ব্ৰতী হ'বলৈ অনুপ্ৰেৰণা যোগাইছিল।

# 3

## আমেৰিকালৈ গমন আৰু তাৰপৰা প্ৰত্যাৱৰ্তন

*"ভ্ৰমণে আমাৰ জ্ঞানক এক অভিজ্ঞতাজনিত চৰিত্ৰ প্ৰদান কৰে আৰু আমাৰ স্মৃতিৰ ফলকত থকা আকৃতিবোৰৰ ৰূপ অধিক স্পষ্ট কৰি তোলে।" —চাকমেন*

*"যিজন মানুহ কেতিয়াও নিজৰ দেশ এৰি বাহিৰলৈ নাযায়, তেওঁৰ মন সংস্কাৰেৰে পূৰ্ণ" —গোল্ডেনি*

তেওঁৰ বিয়াৰ এবছৰ আগতেই অৰ্থাৎ ১৯০৬ চনতেই ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে নিজৰ জীৱনটো খ্ৰীষ্টধৰ্মৰ সেৱাত সঁপি দিছিল। সম্ভৱতঃ কিশোৰ অৱস্থাত থাকোঁতেই হোৱা তেওঁৰ মৰ্মস্পৰ্শী অভিজ্ঞতা আৰু জীৱনৰ বিভিন্ন সময়ত লাভ কৰা আশ্চৰ্যজনক অনুভূতিবোৰৰ বাবেই তেওঁ তেওঁৰ জীৱন ধৰ্মপ্ৰচাৰৰ কামত উছৰ্গা কৰিবলৈ স্থিৰ কৰিছিল। এইবোৰৰ উপৰিও তেওঁৰ প্ৰগাঢ় আধ্যাত্মিক জাগৰণৰ সম্পূৰ্ণতাৰপৰা তেওঁৰ যি আন্তৰিক প্ৰত্যয় হৈছিল, লগতে এজন মাৰ্কিন যাজকে সেই সময়ত কলিকতাত অনুষ্ঠিত ৱাই. এম. চি. এৰ এক সভাত দিয়া আহ্বানৰ বাবেই তেওঁ ধৰ্মপ্ৰচাৰক হিচাপে কাম কৰাৰ সপক্ষে চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰিলে। গতিকে তেওঁ এজন ধৰ্মযাজক হ'ল, আৰু কলিকতাৰ ছাত্ৰ জীৱন পৰিত্যাগ কৰিলে। পাৰ্বত্য অঞ্চলৰ আৰু ভৈয়ামৰ চুকে-কোণে তেওঁ যীশু খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰিবলৈ ব্যাপকভাৱে ভ্ৰমণ কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অতি উৎসাহেৰে সৈতে কলিকতাৰ গিৰ্জাৰ লগত নিজকে সংযুক্ত কৰিলে আৰু ইয়াৰ লগত তেওঁৰ এক ঘনিষ্ঠ সম্পৰ্ক গঢ় লৈ উঠিল। সেই সময়ত অসমৰ পাৰ্বত্য অঞ্চলৰ অতি কম সংখ্যক ছাত্ৰইহে কলিকতাত পঢ়াৰ সুবিধা পাইছিল। কোনো সাহচৰ্য বা ভ্ৰাতৃত্ব গঢ়াৰ কথা ক'বই নালাগে। নিৰ্বাচিত কম সংখ্যক ছাত্ৰৰ ভিতৰত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় আছিল এজন। তেওঁ তেওঁৰ নিজৰ গাঁও চেলা, চেৰাপুঞ্জি আৰু আন আন ঠাইত খ্ৰীষ্টান ধৰ্মৰ ভ্ৰাতৃ-সংঘ গঢ়ি তুলিছিল।

পূব ভাৰতত তেওঁ বোধহয় ধৰ্মপ্ৰচাৰ কৰি থকাৰ সময়তে প্ৰথম বিশ্বযুদ্ধ সম্ভাৱনাৰ বাতৰি শুনিবলৈ পোৱা গৈছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে সেই সময়ত 'চাৰ্চ

অব গড'নামৰ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ এটা সংঘৰ লগত নিয়মিতভাৱে চিঠি-পত্ৰৰ আদান-প্ৰদান চলাই আছিল। এই সংস্থাৰ লোকসকলৰ লগত তেওঁ এটা আত্মীয়তা অনুভৱ কৰিছিল, আৰু এই সম্প্ৰদায়ৰ কেইজনমান নেতাৰ লগতো তেওঁৰ জনা-শুনা আছিল আৰু খ্ৰীষ্টৰ বাণী প্ৰচাৰত এইসকল লোকৰ আত্মোৎসৰ্গৰদ্বাৰা তেওঁ গভীৰভাৱে প্ৰভাৱান্বিত হৈছিল। তেওঁক আমেৰিকালৈ যাবলৈ নিমন্ত্ৰণ কৰা হ'ল আৰু ১৯১৩ চনত তেওঁ জাহাজেৰে আমেৰিকালৈ যাত্ৰা আৰম্ভ কৰিলে। তেওঁ কানাডা, ব্ৰিটিছ দ্বীপপুঞ্জ, চীন আৰু জাপানো ভ্ৰমণ কৰিলে। ঊনৈশ শ চৈধ্য চনত যেতিয়া প্ৰথম বিশ্বযুদ্ধ আৰম্ভ হয়, ৰেভাৰেণ্ড নিকলছ্ ৰয় তেতিয়া আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিভিন্ন অংশত ধৰ্মসংক্ৰান্ত কামত ব্যস্ত হৈ আছিল, আমেৰিকাৰ জনগণৰ লগত অভিজ্ঞতাৰ আদান-প্ৰদান কৰিছিল। তেওঁৰ প্ৰথম কন্যা তাতেই ওপজে। সামাজিক আৰু আধ্যাত্মিক, এই দুয়োবিধ অভিজ্ঞতাৰ ফালৰপৰাই আমেৰিকাত থকা কালছোৱা তেওঁৰ বাবে বিশেষ লাভজনক আছিল। আমেৰিকাবাসী পৰিয়ালৰ অতি নিকট সাহচৰ্য লাভ কৰা আৰু তেওঁলোকৰ লগত অভিজ্ঞতাৰ ভাগ লোৱাৰ উপৰিও সেই দেশত ব্যক্তি-স্বাধীনতাৰ প্ৰতি উৎসাহ আৰু সমাজসেৱাৰ প্ৰতি আগ্ৰহৰদ্বাৰা তেওঁ অতিকৈ প্ৰভাৱান্বিত হৈছিল। বগা চাহাবৰ প্ৰতি দাসত্বৰ মনোবৃত্তি আৰু প্ৰভুৰ প্ৰতি বিশ্বস্ততাৰদ্বাৰাহে উন্নতিৰ জখলাত উঠি যাব পৰা মানুহৰ দেশ তথা ব্ৰিটিছ উপনিবেশ ভাৰতৰ পৰিস্থিতিৰ লগত আমেৰিকাৰ এই ঘটনাৱলী খাপ খুৱাই লোৱাটো ৰেভাৰেণ্ড নিকলছ্ ৰয়ৰ পক্ষে টান হৈ পৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ আলোড়নে সেই সময়ত এটা গঢ় ল'বলৈ আৰম্ভ কৰিছিল আৰু এজন ভাৰতীয় জাতীয়তাবাদীৰূপে ৰেভাৰেণ্ড ৰয় স্বাধীনতাৰ এই অমোঘ আহ্বানৰদ্বাৰা প্ৰভাৱান্বিত নোহোৱাকৈ থকা নাছিল। কিন্তু ধৰ্মৰ সেৱাতেই তেওঁ নিজৰ জীৱন সমৰ্পণ কৰাৰ বাবে তেওঁ নিজৰ জাতীয়তাবাদী প্ৰৱণতাক বেছি দূৰলৈ আগবাঢ়িবলৈ নিদি, ধৰ্মীয় কৰ্তব্যকে বেছি উদ্যমেৰে কৰি থাকিল।

যুক্তৰাষ্ট্ৰত ধৰ্মপ্ৰচাৰকৰূপে তেওঁ উল্লেখযোগ্য সফলতা লাভ কৰিছিল। সকলো ঠাইতে মানুহে তেওঁক বিচাৰিছিল, আৰু তেওঁৰ জীৱন পৰিপূৰ্ণ আছিল। কিন্তু ভাৰতে তেওঁক চুম্বকৰ নিচিনাকৈ আকৰ্ষণ কৰিছিল আৰু তেওঁৰ নিজৰ দেশবাসীৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ আছিল। সেই কাৰণে তেওঁ সপৰিয়ালে ১৯১৬ চনত আমেৰিকা যুক্তৰাষ্ট্ৰ এৰি আহিবলৈ সিদ্ধান্ত লয়। তেওঁলোকে ভাৰতলৈ যোৱাৰ পথত ব্ৰিটেইন অভিমুখে জাহাজেৰে যাত্ৰা আৰম্ভ কৰিলে। তাৰপৰা পৰিয়ালটো জাহাজত উঠাৰ কথা আছিল, তাৰ আগৰ নিশা ৰেভাৰেণ্ড নিকলছ্ ৰয়ে সপোনতে এক দিব্যবাণী লাভ কৰিলে। সেই সপোনৰ কথা তেওঁ নিজৰ পত্নীৰ বাহিৰে আন কাকো কোৱা নাছিল। তেওঁলোকে একেলগে ঈশ্বৰক প্ৰাৰ্থনা কৰিলে, আৰু ভাৰতযাত্ৰাৰ আঁচনি পৰিত্যাগ কৰি সেইমতে পাছদিনা ৰাতিপুৱা যাত্ৰা বাতিল কৰিলে। কেইদিনমান পাছত তেওঁলোকে আন এখন জাহাজেৰে যাত্ৰা আৰম্ভ কৰিলে। অৱশেষত তেওঁলোকে যেতিয়া ভাৰতত ভৰি দিলেহি, তেওঁলোকৰ সকলো আত্মীয়, বন্ধু-বান্ধৱ আৰু খ্ৰীষ্ট ধৰ্মাৱলম্বী সঙ্গী এই সকলোৱে তেওঁলোক নিৰাপদে আহি পোৱাহি দেখা পাই তবধ মানিলে। তেওঁলোকে

পৰিয়ালটোক জীৱন্ত অৱস্থাত দেখা পাবলৈ মুঠেই আশা কৰা নাছিল; তাৰ কাৰণ হ'ল, যি জাহাজখনত শেষ মুহূৰ্তত নিকল্ছ ৰয়ে সপৰিবাৰে যাত্ৰা নকৰিবলৈ সিদ্ধান্ত লয়, সেই জাহাজখন জাৰ্মান ছাব-মেৰিনবোৰে টৰ্পেডোৰে কৰা আঘাতৰ ফলত পানীত ডুব যায়। ৰেভাৰেণ্ড নিকল্ছ ৰয় আৰু তেওঁৰ মৰমৰ পাত্ৰ-পাত্ৰীসকলৰ জীৱনৰ ওপৰত ঈশ্বৰৰ শক্তিৰ ৰহস্যই ইতিমধ্যে প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিছিল।

আমেৰিকা যুক্তৰাষ্ট্ৰৰপৰা ঘূৰি অহাৰ পাছত অসমৰ পাৰ্বত্য অঞ্চলৰ অধিবাসীসকলৰ মাজত, বিশেষকৈ খাছী আৰু জয়ন্তীয়া পাহাৰ অঞ্চলত ৰেভাৰেণ্ড নিকল্ছ ৰয় ভালেমান খ্ৰীষ্টধৰ্ম সংক্ৰান্ত সভা, ধৰ্মীয় অধিবেশন আৰু ধৰ্মপ্ৰচাৰ অভিযান আদি কামত ব্যস্ত হৈ আছিল। তেওঁ যিমানেই বেছিকৈ মানুহৰ লগত পোনপটীয়া সংস্পৰ্শলৈ আহিল, সিমানেই তেওঁ মানুহৰ বিভিন্ন ধৰণৰ সমস্যা আৰু তেওঁলোকৰ প্ৰয়োজনসমূহৰ বিষয়ে জানিব পাৰিলে। যদিও এই লোকসকলৰ আধ্যাত্মিক ক্ষুধা সম্বন্ধেই প্ৰধানতঃ তেওঁ চিন্তিত আছিল আৰু এই ক্ষেত্ৰত তেওঁৰ সফলতা স্মৰণযোগ্য আছিল, তথাপি তেওঁ এইটোও স্বীকাৰ কৰিছিল যে শৰীৰৰ ক্ষুধা আৰু মনৰ শৃঙ্খলা বা নিয়মানুবৰ্তিতাও সমানেই গুৰুত্বপূৰ্ণ। ব্যক্তি আৰু সমাজ দুয়োটাৰে প্ৰকৃত উন্নতি নিৰ্ভৰ কৰে, ব্যক্তিয়ে মানুহ হিচাপে নিজৰ প্ৰাথমিক আৱশ্যকতাবোৰৰ সম্বন্ধে উপলব্ধি কৰিব পৰাৰ ক্ষমতাৰ ওপৰত। মানুহক সম্পূৰ্ণ মানুহৰূপে গঢ়ি তোলাৰ চিন্তাই সেই কাৰণে তেওঁৰ মন ধীৰে ধীৰে আৱৰি ল'লে। তাৰ ফলস্বৰূপে, অৱশেষত তেওঁ সিদ্ধান্ত ল'লে যে তেওঁ এনে এজন ধৰ্মযাজক হ'ব, যি কেৱল মানুহৰ আত্মাকেই ত্ৰাণ কৰাত সংশ্লিষ্ট হৈ নাথাকে, বৰং এজন মানুহৰ সমগ্ৰ মানৱতাৰ বিকাশৰ প্ৰতিও সমানেই যত্নপৰ হ'ব। তেওঁ যেতিয়া উপলব্ধি কৰিলে যে মানৱসেৱাৰদ্বাৰাহে ঈশ্বৰৰ সেৱা কৰা হয়, তেতিয়া ৰেভাৰেণ্ড নিকল্ছ ৰয়ে জনসেৱাৰ নতুন নতুন ক্ষেত্ৰত, যেনে শিক্ষা আৰু অৰ্থনৈতিক ক্ষেত্ৰত কাম কৰিবলৈ আৰম্ভ কৰিলে। শিক্ষাকেন্দ্ৰ গঢ়ি তোলাত আৰু এক আদৰ্শ অৰ্থনৈতিক উদ্যম হাতত লোৱাৰ কামত তেওঁ উদগনি দিবলৈ ধৰিলে। খাছী আৰু জয়ন্তীয়া পাহাৰৰ দক্ষিণৰ অংশবোৰ সমৃদ্ধিশালী বাগিচা, বিশেষকৈ সুমথিৰা টেঙাৰ বাগিচাৰে ভৰপূৰ আছিল। ৰেভাৰেণ্ড নিকল্ছ ৰয়ে সুমথিৰা টেঙাৰ বাগিচাৰ মালিক আৰু ব্যৱসায়ীবিলাকৰ কাৰণে এটা যৌথ ব্যৱসায়ী প্ৰতিষ্ঠান আৰম্ভ কৰিলে। তেওঁৰ নিজৰ ব্যৱসায়িক দক্ষতা ইমান বেছি আছিল যে তেওঁ নিজেই আচৰিত হৈছিল। যি ব্যৱসায়িক প্ৰতিষ্ঠানৰ (দি ইউনাইটেড কম্পেনী) তেওঁ জন্মদাতা আছিল, তাৰ উদ্দেশ্য আছিল, বাগিচা চলোৱাৰ প্ৰচেষ্টাৰদ্বাৰা মানুহে যেন বেছিকৈ লাভ আহৰণ কৰে, তাৰ কাৰণে তেওঁলোকক সহায় কৰা। যেতিয়া তেওঁ দেখিলে যে ব্ৰিটিছৰ শাসনে জনগণক কেৱল ৰাজনীতিৰ ক্ষেত্ৰতেই নহয়, অৰ্থনৈতিক ক্ষেত্ৰতো দাসত্ব বৰণ কৰিবলৈ বাধ্য কৰিছে, তেতিয়া তেওঁৰ দৃষ্টিভঙ্গীৰ আমূল পৰিৱৰ্তন হ'ল। এক যাজক হিচাপে আৰম্ভ হোৱা তেওঁৰ ব্যক্তিগত জীৱনৰ কৰ্মপৰিধিত সমাজসেৱা, জনগণৰ অৰ্থনৈতিক উত্থান আৰু শিক্ষাৰ প্ৰসাৰৰ দৰে বিভিন্ন ক্ষেত্ৰত প্ৰসাৰ লাভ কৰিবলৈ ধৰিলে। বিশেষকৈ মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু বিদেশত কৰা ভ্ৰমণৰ সময়ত তেওঁ প্ৰত্যক্ষ কৰা মানুহৰ

ব্যৱসায়িক আৰু অৰ্থনৈতিক মানসিকতাৰ উন্মেষ ঘটাব খুজিছিল তেওঁৰ নিজৰ মানুহৰ মাজতো আৰু এই কাম কৰাত তেওঁ বিশেষ যত্নপৰ হৈছিল।

তেতিয়া প্ৰথম বিশ্বযুদ্ধৰ যৱনিকা পৰিছে মাত্ৰ; ব্ৰিটেইন আৰু ফ্ৰান্সৰ মিলিত শক্তিয়ে জাৰ্মানীক শোচনীয়ভাৱে পৰাজিত কৰিছে। ব্ৰিটেইনৰ আধিপত্য তেতিয়া তুঙ্গত উঠিছিল। ইপিনে সেই সময়ত ভাৰত স্বাধীনতা আৰু গণতন্ত্ৰৰ নতুন মন্ত্ৰেৰে উদ্বুদ্ধ হৈছিল। জাতীয়তাবাদী আন্দোলনে তেতিয়া প্ৰাণ পাই উঠিছিল আৰু দক্ষিণ আফ্ৰিকাৰ পৰা দিয়া গান্ধীজীৰ বাণীয়ে ব্ৰিটিছ সাম্ৰাজ্যৰ মুকুতাস্বৰূপ ভাৰতত আলোড়নৰ সৃষ্টি কৰিছিল। এই সকলো ঘটনাৱলী, আৰু সেই সময়ৰ ভাৰতীয় বুদ্ধিজীৱীসকলৰ মনৰ ভিতৰৰ গভীৰ অনুভূতি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে নিৰীক্ষণ কৰি আছিল। এজন স্পষ্টবাদী, জ্ঞানী আৰু দেশ তথা নিজা অঞ্চলৰ জীৱন আৰু ৰাজনীতি সম্বন্ধে উদাৰ দৃষ্টিভঙ্গীসম্পন্ন নেতা হিচাপে তেওঁ ইতিমধ্যেই প্ৰতিষ্ঠা লাভ কৰিছিল। স্বাভাৱিকতে এইবোৰ কাৰণতে, খাছী পাহাৰৰ জনগণে তেওঁক বিধান পৰিষদত তেওঁলোকৰ প্ৰতিনিধিত্ব কৰিবলৈ অনুৰোধ কৰিছিল। তেওঁ কিন্তু ইতস্ততঃ কৰিলে; সম্ভৱতঃ তেনে কৰাটো তেওঁৰ পক্ষে উচিতেই আছিল।

যিজন মানুহে এজন যাজকৰূপে যীশু খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰাৰ দায়িত্ব লৈছে, তেওঁ বাৰু কেনেকৈ সেৱাৰ এটা সম্পূৰ্ণ বেলেগ ক্ষেত্ৰ—ৰাজনীতিত প্ৰৱেশ কৰে? তেওঁ খ্ৰীষ্টধৰ্মৰ প্ৰচাৰৰ সহকৰ্মীসকলৰ লগত কেইবালানিও আলোচনা চলালে আৰু প্ৰাৰ্থনা আৰু অনশনো কৰিলে। তেওঁ এই প্ৰশ্নটোৰ উত্তৰ বিচাৰিছিল;—ঈশ্বৰৰ যাজকৰূপে থাকিও তেওঁ ৰাজনীতিত সোমাই তাৰদ্বাৰা জনসেৱা কৰাটো ঈশ্বৰৰেই ইচ্ছা নেকি? এই বিষয়ে চূড়ান্ত সিদ্ধান্ত লওঁতে তেওঁৰ কেইবামাহো লাগিল। তেওঁ অনুভৱ কৰিলে যে ঈশ্বৰে প্ৰকৃততে বিচাৰে যে তেওঁ ধৰ্মক্ষেত্ৰ আৰু ৰাজনীতিৰ ক্ষেত্ৰ দুয়োটাৰে মাজেৰে জনগণৰ সেৱা কৰক। তেওঁৰ ভাগ্যচক্ৰই সঠিক দিশতে গতি ল'লে। তেওঁ ৰাজনীতিত সোমাই তাৰপৰা কোনোদিন ওভতি নাহিল।

# 4

# ধৰ্মযোদ্ধা

*"এটা প্ৰকৃত ধৰ্মৰ প্ৰভাৱ আমাৰ ধৰণ-কৰণৰ প্ৰতিটো ক্ষেত্ৰতেই লক্ষ্য কৰিব পাৰি; ই হ'ল এজোপা জীৱিত গছৰ ৰসৰ নিচিনা, ই তাৰ গুৰিৰপৰা দূৰত থকা শাখা-প্ৰশাখাবোৰতো সোমায়।"*
*—পেন*

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে আমেৰিকা যুক্তৰাষ্ট্ৰৰপৰা প্ৰত্যাৱৰ্তন কৰাৰ পাছত তেওঁৰ জীৱনত এটা অতি গুৰুত্বপূৰ্ণ ঘটনা ঘটিল। তেওঁ নিজৰ ধৰ্ম খ্ৰীষ্টধৰ্ম সম্পৰ্কে আৰু তাৰ উপৰিও অন্যান্য ধৰ্ম সম্পৰ্কে অধিক জ্ঞান আহৰণ কৰিবলৈ ইচ্ছুক হ'ল। তেওঁ অতি বেছিকৈ পঢ়া-শুনা কৰিছিল। তেওঁ ধৰ্মবিষয়ক যিমান কিতাপ পাইছিল, সেইবিলাক গভীৰভাৱে পঢ়িছিল, আৰু সেইবোৰক খ্ৰীষ্টান ধৰ্মৰ ধৰ্মমত দৰ্শন আৰু শিক্ষাৰ লগত তুলনা কৰিছিল। এনে অধ্যয়নৰ ফলত তেওঁ খাছী ভাষাত এখন পুস্তিকা লিখাৰ প্ৰয়াস কৰিলে, যাৰ নাম হ'ল, "খ্ৰীষ্ট ধৰ্মৰ বুৰঞ্জী।" কিতাপখনত ২১ পৃষ্ঠা আছিল, আৰু তাত চাৰিটা অধ্যায় আছিল। যীশু খ্ৰীষ্টৰ শিষ্যসকলে যি যুগত বাস কৰিছিল, আৰু ধৰ্মোপদেশ দিছিল আৰু প্ৰোটেষ্টাণ্ট শাখাৰ জন্ম নোহোৱালৈকে—খ্ৰীষ্টধৰ্মীয় সংগঠনৰ ভিতৰত যিবোৰ পৰিৱৰ্তন হৈছিল, এই বিষয়বোৰ সম্বন্ধে পাঠকসকলক চমুকৈ জ্ঞান দিয়াৰ উদ্দেশ্যেই তেওঁ এই পুস্তিকাখন লিখিছিল। শেষৰ অধ্যায়টোত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে মানৱজাতিৰ ত্ৰাণকৰ্তা যীশুৰ ব্যক্তিগত জীৱনৰ ওপৰত ভিত্তি কৰি ধৰ্মীয় বিশ্বাসৰ পুনৰীক্ষণ সম্পৰ্কে নিজা অভিমত ব্যক্ত কৰিছিল।

তেওঁৰ বয়স ত্ৰিশৰ ওচৰে-পাজৰে থাকোতেই লিখা এই কিতাপখনৰপৰা দেখা যায় যে খ্ৰীষ্টধৰ্মৰ ইতিহাস আৰু যিসকল ব্যক্তি খ্ৰীষ্টধৰ্মৰ বিকাশৰ প্ৰক্ৰিয়াত জড়িত আছিল, তেওঁলোকৰ বিষয়ে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ সম্যক জ্ঞান আছিল। বিশেষকৈ যীশু খ্ৰীষ্টৰ শিক্ষাৱলীৰ এটা অবিচ্ছেদ্য অঙ্গ ন্যায়পৰায়ণতাৰ ওপৰত থকা তেওঁৰ অটল বিশ্বাসৰ কথা এই কিতাপখনে প্ৰতিপন্ন কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মতে, যীশু খ্ৰীষ্টই দিয়া শিক্ষাৰ মূল কথা হ'ল ঃ ন্যায়পথ অনুসৰণ কৰি জীৱন ধাৰণ কৰা

আধ্যাত্মিক শক্তি আহৰণৰ প্ৰচেষ্টা। কিতাপখনৰ বিষয়বস্তু আছিল জগতৰ একক আৰু একমাত্ৰ ত্ৰাণকৰ্তা হিচাপে যীশু। ছাইপ্ৰিয়ানে ২৪৮ খ্ৰীষ্টাব্দত লিখা বহুত কথা ৰয়ে উদ্ধৃত কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অতি প্ৰাঞ্জল ভাষাৰে কেথ'লিক ধৰ্মীয় শাখাৰ প্ৰাধান্যৰ বৰ্ণনা তেওঁৰ কিতাপখনত দাঙি ধৰিছে। এই কিতাপখনে পাঠকসকলক খ্ৰীষ্টধৰ্মৰ উদাৰতা আৰু তৃতীয় শতাব্দীত আলেকজেণ্ড্ৰিয়া (মিচৰ), এণ্টিওক আৰু ৰোম, এই তিনিখন ঠাইৰ তিনিটা প্ৰধান গিৰ্জাই খ্ৰীষ্টধৰ্মৰ বাণী প্ৰচাৰৰ ক্ষেত্ৰত গ্ৰহণ কৰা ভূমিকাৰ কথাও বৰ্ণনা কৰা হৈছে। ৰোমৰ পোপে প্ৰধান পুৰোহিত হিচাপে আৰু ফ্ৰান্স, ছুইডেন, বেলজিয়াম, হলেণ্ড, জাৰ্মানী, ছুইজাৰলেণ্ড, গ্ৰেট ব্ৰিটেইন, আয়াৰলেণ্ড, নৰৱে আদি দেশৰ স্বীকৃতিপ্ৰাপ্ত নেতা হিচাপে কেনেকৈ মৰ্যাদা লাভ কৰিলে, কিতাপখনত তাৰ স্পষ্ট বিৱৰণ আছে। খ্ৰীষ্টান সম্প্ৰদায়ৰ অধঃপতনৰ কথা বৰ্ণনা কৰোঁতেও তেওঁ সত্যক ঢাকি ৰখা নাই। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে লিখিছে, পিছে আন্ধাৰৰ মাজতো কেইটামান উজ্জ্বল নক্ষত্ৰ আকাশত দেখা গৈছিল। তেওঁৰ এই বক্তব্যৰ সমৰ্থনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে চৈধ্য শতিকাৰ ব্ৰিটেইনৰ জন উইক্লিফ আৰু পোন্ধৰ শতিকাৰ বহেমিয়াৰ জন হাছৰ উদ্ধৃতি দিছে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মতে খ্ৰীষ্টধৰ্মৰ ইতিহাসত ষোড়শ শতাব্দী যুগান্তকাৰী আছিল। এই শতিকাতে মাৰ্টিন লুথাৰ, মেলাকেথন (দুয়োজন জাৰ্মানীৰ), ছুইজাৰলেণ্ডৰ ছুইঙ্গল আৰু ফাৰেল জন কেলভিন, আৰু জন নক্সৰ দৰে মহান ব্যক্তিসকলৰ আৱিৰ্ভাৱ হৈছিল। প্ৰভু যীশু খ্ৰীষ্টৰ ওপৰত বিশ্বাস স্থাপনৰ সময়ত থকা আচাৰ-অনুষ্ঠানবোৰ বাদ দি তাৰ ঠাইত সহজ-সৰল পন্থাৰ পোষকতা কৰা ঐতিহাসিক পৰিঘটনাৰ মাজেৰে জন্ম লাভ কৰা প্ৰটেষ্টাণ্ট শাখা এক লেখত ল'বলগীয়া শক্তিৰূপে পৰিগণিত হ'ল। কিন্তু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে প্ৰোটেষ্টাণ্টসকলে সেই সময়ত কৰা ভুলবোৰো নিন্দা নকৰাকৈ নাথাকিল। প্ৰোটেষ্টাণ্ট লেখক ডেভিড চিম্পছনৰ সুৰতে সুৰ মিলাই ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ বক্তব্য দাঙি ধৰিছে। কিতাপখনৰ শেষৰ ফালে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে পাঠকসকলক এইবুলি গোহাৰি জনাইছে যে খ্ৰীষ্টক মাধ্যম কৰি লৈ তেওঁলোকে যেন উন্মুক্ত মনেৰে ঈশ্বৰক পাবলৈ আগবাঢ়ে আৰু মানুহৰ বিশ্বাসক যাতে কোনো ধৰণৰ নিষেধাজ্ঞাৰদ্বাৰা অপৱিত্ৰ কৰি তোলা নহয়। এই বিশ্বাস এনে হ'ব লাগিব, যাতে প্ৰভু যীশুৰ কৰুণা লাভ কৰিব পৰাকৈ ভক্তৰ গভীৰ হৃদয়ৰ ভিতৰত এক আধ্যাত্মিক বিস্ফোৰণ হ'ব পাৰে।

এই সৰু পুস্তিকাখনেই প্ৰমাণ কৰে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ বিশাল জ্ঞান ভাণ্ডাৰৰ কথা, কিন্তু সৰ্বোপৰি ই দেখুৱায় যে তেওঁৰ লিখনি অতি সাৱলীল আছিল। তেওঁ খাছী ভাষাত আন এখন কিতাপ লিখে ১৯২৫ চনত; কিতাপখনৰ নাম আছিল, "উ ক্ৰাইষ্ট বদ লা কা বালাং" (U Khrist bad la ka Balang)। ইতিমধ্যে তেওঁ সেই সময়ৰ চৰকাৰৰ মন্ত্ৰী হৈছিল। এই পুস্তিকাখনত প্ৰকাশ পাইছে খ্ৰীষ্টৰ শিক্ষাবিলাকৰ সম্পৰ্কে থকা তেওঁৰ গভীৰ জ্ঞান, আৰু সিবিলাকৰ ব্যাখ্যাত তেওঁৰ পৰিপক্কতা। ধৰ্মসম্পৰ্কীয় সাহিত্য আৰু ঈশ্বৰ-বিশ্বাস সম্বন্ধে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অসংখ্য প্ৰবন্ধাদি আৰু এলানি গ্ৰন্থমালা প্ৰকাশ কৰি উলিয়ায়।

তেওঁ সময়ে সময়ে যিবোৰ ধৰ্মোপদেশ দিছিল বা তেওঁৰ লিখিত প্ৰবন্ধাদিত ৰোমৰ আৰু গ্ৰীচৰ সাহিত্যৰপৰা তেওঁ যিবোৰ উদ্ধৃতি দিছিল, সেইবোৰে তেওঁৰ ব্যাপক অধ্যয়নৰ কথাই ব্যক্ত কৰে। ভগৱদগীতা তেওঁৰ প্ৰিয় কিতাপ আছিল। জোৰাষ্ট্ৰিয়ান ধৰ্মৰ প্ৰৱৰ্তক পাৰস্যৰ মহাপুৰুষ জোৰষ্ট্ৰাৰৰ (খ্ৰি.পূ. ৬২৮-৫৫১) বিষয়েও তেওঁৰ গভীৰ অধ্যয়ন আছিল। অশুভ কাম আৰু অন্ধকাৰৰ অপদেৱতা অহ্ৰিমানৰ সৈতে অবিৰাম যুদ্ধত লিপ্ত সৃষ্টি, শুভকাম আৰু পোহৰৰ দেৱতা অ'ৰমাজদ্‌ক আৰাধনা কৰিবলৈ এই ধৰ্মই শিক্ষা দিছিল। তেওঁ গৌতম বুদ্ধৰো প্ৰশংসক আছিল। গৌতম বুদ্ধৰ মতে সাংসাৰিক অস্তিত্ব আৰু দুখ হ'ল অবিচ্ছেদ্য। নিজৰ অন্তৰৰ অহং ভাৱ আৰু ইহলৌকিক তৃষ্ণাবিলাক নিৰ্মূল কৰিব পাৰিলে, অৱশেষত এনে এটা আধ্যাত্মিক জ্ঞানৰ অৱস্থা পোৱা যায়, য'ত মানুহ দুখ-কষ্ট আৰু সাংসাৰিক বান্ধোনৰপৰা মুক্ত হয়। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ ৰচনাবিলাকত প্ৰায়ে কনফুচিয়াচৰ ধৰ্মৰ কথা উল্লেখ কৰিছিল। এই ধৰ্মৰ প্ৰতিষ্ঠাতা কনফুচিয়াচৰ জন্ম হৈছিল চীন দেশত (৫৫১-৪৭৯ খ্ৰি.পূ.)। তেওঁৰ ধৰ্মই ব্যক্তিৰ গুণ, আত্মোৎসৰ্গা আৰু ন্যায়পৰায়ণতাৰ ওপৰত জোৰ দিছিল। তেওঁ কোৰাণ পঢ়ি তাক ভালকৈ বুজি লৈছিল, আৰু মহম্মদৰ সংগ্ৰাম আৰু মানুহক মহম্মদে দিয়া মহান শিকনিসমূহৰ ওপৰত বাগ্মিতাপূৰ্ণ ভাষণ দিব পাৰিছিল।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মতানুসাৰে যীশু খ্ৰীষ্ট আছিল পূৰ্ণ পুৰুষ তেওঁৰ ৰচনাত তেওঁ ব্ৰাহ্মসমাজৰ নেতাসকলে প্ৰকাশ কৰা মত প্ৰায়ে উল্লেখ কৰিছিল। কেশবচন্দ্ৰ সেনে কৈছিল যে "দৈৱৰ ইচ্ছানুসাৰে মানুহক পুনৰুজ্জীৱিত কৰিবলৈ, সংশোধন কৰিবলৈ যীশুক পঠিওৱা হৈছিল।" পি. চি. মজুমদাৰে কৈছিল, "ব্ৰাহ্মসমাজে বিশ্বাস কৰে যে যীশু খ্ৰীষ্টই ঈশ্বৰৰ প্ৰতিনিধি আৰু ধৰ্মগুৰুসকলৰ ভিতৰত প্ৰধান।" হিন্দু সমাজ আৰু ধৰ্মৰ মহান সংস্কাৰক ৰামমোহন ৰয়ে মন্তব্য কৰিছে, "ধৰ্মৰ সত্যতা উদ্ঘাটনৰ অৰ্থে মই একে লেথাৰিয়ে দীৰ্ঘদিন ধৰি গৱেষণা কৰি জানিব পাৰিছো যে যীশুৰ মতামতেই বিচাৰ-বুদ্ধিসম্পন্ন প্ৰাণী, মানুহৰ নৈতিক উৎকৰ্ষৰ বাবে সবাতোকৈ উৎকৃষ্ট"।

খ্ৰীষ্টৰ প্ৰতি নিজৰ বিশ্বাসক আৰু বেছি শক্তিশালী কৰি তুলিবলৈ তেওঁ দুজন খ্যাতনামা নিৰীশ্বৰবাদীয়ে দাঙি ধৰা মতবাদৰ উদ্ধৃতি দিছে। জন ষ্টুৱাৰ্ট মিলে মন্তব্য কৰিছে ঃ "মানৱসমাজৰ এজন আদৰ্শ প্ৰতিনিধি আৰু পথপ্ৰদৰ্শকৰূপে ধৰ্মই এই মানুহজনক (যীশু খ্ৰীষ্ট) বাছি লোৱাটো বেয়া কৰা বুলি ক'ব নোৱাৰি।" টমাছ পেইনে যীশুৰ সম্বন্ধে এইবুলি এটা শক্তিশালী মন্তব্য কৰিছে, "তেওঁ এজন পুণ্যবান আৰু শ্ৰদ্ধেয় মানুহ আছিল। তেওঁ নিজে যেনে নৈতিকতা মানুহৰ মাজত প্ৰচাৰ কৰিছিল আৰু নিজেও অনুসৰণ কৰিছিল, সি বৰ বদান্যতাপূৰ্ণ আছিল—ইয়াতকৈ ভাল শিক্ষা আন কোনেও দিব পৰা নাই" (দি এজ্ অব ৰিজন্)। থিঅ'ডোৰ পাৰ্কাৰ একেশ্বৰবাদী আছিল, আৰু তেওঁ যীশুৰ বিষয়ে কৈছে, "তেওঁ মানৱ সন্তানসকলৰ ভিতৰত আটাইতকৈ বেছি মহান আত্মা আছিল।" নিজৰ লিখনিক ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে ঈশ্বৰ-বিশ্বাসৰ বাণী প্ৰচাৰ কৰাৰ কাৰণে শক্তিশালী অস্ত্ৰৰূপে ব্যৱহাৰ কৰিছিল। তেওঁ

খাছী ভাষাত লিখা পুস্তিকাবিলাক আৰু আন আন ৰচনাসমূহ, নেৰানেপেৰা বৰষুণৰ দৰে লানি নিছিগাকৈ প্ৰকাশ পাইছিল যদিও ইয়াৰে প্ৰতিটো ৰচনা সতেজ আৰু দিব্যজ্ঞানসম্পন্ন আছিল। বৰ্তমান লেখকে তেওঁ লিখা যিবোৰ উল্লেখযোগ্য পুস্তিকা পঢ়িবলৈ পাইছে, সেইবোৰ হ'ল, ''কা জিংখা থিমনাকা মিনচিয়েম'' (১৯২৫), ''উক্ৰাইষ্ট্‌ বদলা কা ব্লাঙ'', (১৯২৫) আৰু ১৯৩২ চনত লিখা ''কি লাদ কা জিং পাইনিম।''

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কৰা যুক্তি-তৰ্ক আৰু ধৰ্মপ্ৰচাৰৰ ধৰণ আন কাৰো লগত নিমিলিছিল। তেওঁৰ মতামত কোনোবাই স্বীকাৰ কৰি লওক বা নলওক, তেওঁৰ ৰচনা বা ধৰ্মোপদেশত পৰিস্ফুট হৈ উঠা অনুভৱশক্তি আৰু প্ৰগাঢ় জ্ঞানৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। নিঃসন্দেহে ধৰ্মপ্ৰচাৰকৰূপে জনগণৰ ওপৰত তেওঁৰ প্ৰভাৱ অভূতপূৰ্ব আছিল। তেওঁ অৱশ্যেই এজন ধৰ্মযোদ্ধা আছিল। এইটো মন কৰিবলগীয়া কথা যে অসমত আৰু সমগ্ৰ দেশতে তেওঁক এজন লেখত ল'বলগীয়া জননেতা বুলি স্বীকাৰ কৰা হৈছিল। কিন্তু নিজৰ মানুহৰ ওচৰত (যাৰ ওচৰত তেওঁ 'বাঃ জয়' বুলি জনাজাত আছিল) তেওঁ আছিল মহানতাৰ এক মূৰ্ত প্ৰতীক।

5

# ৰাজনৈতিক ব্যক্তিত্ব

*"ৰাজনীতি এটা গুৰুত্বপূৰ্ণ, জটিল, আৰু বাস্তৱিকতে এটা মহান বৃত্তি"*

*— ডুইট ডি. আইজেনহাৱাৰ*

উনৈশ শ একৈশ চনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় যেতিয়া অসমৰ বিধান পৰিষদলৈ নিৰ্বাচিত হ'ল, এই বছৰটো তেওঁৰ জীৱনৰ এটা অতিশয় গুৰুত্বপূৰ্ণ কাল আছিল। তেতিয়াৰেপৰা তেওঁৰ জনসেৱাপূৰ্ণ কৰ্মজীৱনত এটা নতুন পৰ্ব আৰম্ভ হ'ল। এজন বুদ্ধিজীৱী, তেওঁৰ জনগণৰ সেৱাত সম্পূৰ্ণৰূপে দায়বদ্ধ ব্যক্তি হিচাপে তেওঁ পৰিষদৰ কাৰ্যক্ৰমণিকাত এক নতুন অধ্যায়ৰ সূচনা কৰে। তেওঁৰ পাণ্ডিত্যপূৰ্ণ মন আৰু জনসেৱাৰ মৰ্মাৰ্থ উপলব্ধি কৰাত তেওঁৰ ক্ষমতাৰ স্বাক্ষৰ পৰিষদে বহন কৰিছিল। ন্যায্য অধিকাৰৰ বাবে কৰা সংগ্ৰামেই লাহে লাহে তেওঁৰ ব্যক্তিত্বৰ আচল চিনাকি হৈ পৰিল। তেওঁৰ ন্যায়পৰায়ণতা বা সাধুতা সম্পৰ্কে কোনো সন্দেহৰ অৱকাশ নাছিল। জনসাধাৰণৰ এজন প্ৰতিনিধিৰূপে খাছী লোকসকলে তেওঁলোকৰ চহকী ঐতিহ্য আৰু পৰম্পৰাক লৈ কৰা গৰ্বৰ প্ৰতি তেওঁ সম্পূৰ্ণ সচেতন আছিল। তেওঁ এইটো উপলব্ধি কৰিছিল যে সেই সময়ত স্বাধীনভাৱে থকা সৰু সৰু ৰাজ্যবোৰৰ মাজেদি প্ৰকাশ পোৱা ৰাজনৈতিক ঐতিহ্য ইচ্ছা কৰিলেই নুই কৰিব নোৱাৰি। খাছীয়া পৰ্বতত তেতিয়া কেইবাখনো সৰু সৰু ৰাজ্য আছিল। এনে প্ৰতিখন ৰাজ্যই নিজৰ অস্তিত্বৰ যথাযথ ৰক্ষণাবেক্ষণ আৰু ইয়াৰ ভৱিষ্যত স্থিতিৰ বিষয়ে জানিবলৈ ব্যগ্ৰ হৈ আছিল। এই উদ্দেশ্যৰ কথা মনত ৰাখি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে সেই সময়ৰ আন আন নেতাসকলৰ লগত একেলগ হৈ তেওঁৰ শ্বিলঙৰ কোৱালাপট্টিৰ ঘৰতেই এক সভা আহ্বান কৰিলে। চিয়েম, লিংডো, চিৰ্দাৰ আৰু এলেকাপ্ৰধানসকলে ভাগ লোৱা এই সভাখন চলিছিল ১৯২৩ চনৰ ছেপ্টেম্বৰৰ ৪ তাৰিখৰপৰা ৬ তাৰিখলৈকে। খাছী লোকসকলৰ নীতি-নিয়ম আৰু ঐতিহ্য, তেওঁলোকৰ ন্যায় প্ৰদান ব্যৱস্থা আৰু ভূমিৰ মালিকীস্বত্ব সম্পৰ্কীয় স্থানীয় ব্যৱস্থাসমূহ অব্যাহত ৰখাৰ প্ৰয়োজনীয়তা আৰু পৰিৱৰ্তিত সাংবিধানিক পটভূমিত তেওঁলোকৰ ৰাজনৈতিক স্থিতি সম্পৰ্কেও এই সভাত আলোচনা কৰা হয়।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এই সভাত এটা বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। এই সভাৰ পৰিণতিতেই খাছী জাতীয় দৰবাৰৰ জন্ম হয়, আৰু তেওঁ ইয়াৰ প্ৰথম সম্পাদক হ'ল। চোহ্‌ৰাৰ চিয়েম উ জইন মানিক এই দৰবাৰৰ প্ৰথম সভাপতি হয়।

খাছী জাতীয় দৰবাৰক শক্তিশালী কৰাৰ কামত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে বহুত সময় ব্যয় কৰিছিল। এই দৰবাৰৰ দ্বিতীয় অধিবেশনত, ১৯২৪ চনৰ ১২ আগষ্টত তেওঁ দিয়া বক্তৃতা বিশেষভাৱে লক্ষণীয়, কাৰণ খাছী জনসাধাৰণৰ, সেই সময়ৰ অৱস্থাৰ বিষয়ে তেওঁ তাত স্পষ্টকৈ মন্তব্য দাঙি ধৰিছিল। তেওঁ এই বিষয়ৰ ওপৰত জোৰ দিছিল যে মানুহে যেন আৱশ্যক অনুসাৰে পৰিৱৰ্তনশীল সময়ৰ লগে লগে আগুৱাই থাকে, আৰু লগতে ভাৰতীয় সমাজৰ ঐতিহ্যৰ মূল্যবোৰ নিগাজিকৈ ৰাখে, আৰু লগতে ভাৰতৰ অন্যান্য অংশত হোৱা গতিশীল পৰিৱৰ্তনবোৰৰ সম্বন্ধে সচেতন হৈ থাকে। তেওঁৰ বক্তৃতাৰদ্বাৰা তেওঁ ব্ৰিটিছ চৰকাৰক স্পষ্টকৈ সকীয়নি দি জনাই থ'লে যে তেওঁলোকে এইটো স্বীকাৰ কৰিবই লাগিব, যদিও খাছী ৰাজ্য এখন সৰু ৰাজ্যহে, ই নিজে তাৰ সমস্যাবিলাকৰ সমাধান কৰাৰ ক্ষমতা ৰাখে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ বক্তৃতাৰ এটা গুৰুত্বপূৰ্ণ দিশ হ'ল, খাছীয়া নীতি-নিয়মবোৰ, অভ্যাস-আচৰণ, আৰু পুৰণি কালৰপৰা চলি থকা আইনবোৰ লিপিবদ্ধ কৰিবলৈ তেওঁ দাঙি ধৰা পৰামৰ্শ।

সেই সময়ৰ গভৰ্ণৰ ছাৰ জন কেৰে দিয়া এটা মন্তব্যৰপৰাই ব্ৰিটিছ শাসকসকলৰ চিন্তা-চৰ্চাৰ ওপৰত খাছী জাতীয় দৰবাৰ আৰু বিশেষকৈ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে পেলোৱা প্ৰভাৱৰ উমান পাব পাৰি। এই মন্তব্য আছিল ঃ ''খাছী জাতীয় দৰবাৰৰ কাৰ্য-বিৱৰণী, মই অলপতে গভীৰ মনোযোগেৰে পঢ়ি চাইছোঁ, কেইমাহমান আগতে শ্বিলঙত এই দৰবাৰ বহিছিল; মই যদি সঠিককৈ এই আন্দোলনৰ কথা বুজি পাইছো, ইয়াৰ প্ৰতিষ্ঠাতা আৰু সমৰ্থকসকলে খাছীয়া জাতিৰ নিজস্ব প্ৰতিভাৰ উন্নতি বা বিকাশ স্বাধীনভাৱে হোৱাটো বিচাৰে।''

এই কথাকেইশাৰীৰপৰা অনুমান কৰা যায় যে খাছী জাতীয় দৰবাৰ এটা কেৱল সাধাৰণ সংগঠন হৈয়েই থকা নাছিল, ই খাছী জাতিৰ জাতীয় প্ৰতিভা উন্মেষৰ এক আন্দোলনো হৈ উঠিছিল। ঔপনিবেশিক শাসনৰ অধীনত থাকিও খাছীসকলৰ এই প্ৰচণ্ড মানসিকশক্তি দৰাচলতেই এক মহান কীৰ্তি আছিল।

ৰাষ্ট্ৰীয় স্তৰতো ১৯২১ চনত হোৱা সাধাৰণ নিৰ্বাচনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় বিপুল ভোটাধিক্যৰে নিৰ্বাচিত হ'ল। সেই কালত আজিৰ দিনৰ নিচিনাকৈ সাৰ্বজনীনভাৱে প্ৰাপ্তবয়স্কৰ ভোটাধিকাৰ নাছিল, কেৱল সীমিতসংখ্যক লোকৰহে ভোটাধিকাৰ আছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ প্ৰতিদ্বন্দ্বী শ্ৰীযুত শিৱনাথ দত্তক পৰাস্ত কৰিলে; ৰয়ে ৩৫৮টা ভোট পালে, দত্তই মাত্ৰ ১১২টা ভোটহে পালে। উনৈশ শ একৈশ চনৰ ১২ ফেব্ৰুৱাৰীত হোৱা বিধান পৰিষদৰ প্ৰথম বৈঠকতে বিতৰ্কত ভাগ লৈ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ উপস্থিতিৰ উমান দিছিল।

সমাজ-সংস্কাৰকৰূপেও বিভিন্ন কামত তেওঁৰ পাৰদৰ্শিতা দেখা গ'ল। বিশেষকৈ খাছীয়া পৰ্বতৰ বিভিন্ন ৰাজ্যৰ অধিবাসীসকলক একত্ৰ কৰাত তেওঁ প্ৰশংসনীয় ভূমিকা

পালন কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ প্ৰচেষ্টাৰ ফলতেই খাছী জাতীয় সত্তাৰ এক বিশাল পৰিৱৰ্তন আহিল। পৰৱৰ্তী সাধাৰণ নিৰ্বাচনতো ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ জয়যাত্ৰা অব্যাহত থাকিল। তেওঁ তেওঁৰ দুগৰাকী প্ৰতিদ্বন্দ্বী, কোঙৰ এ মেকডোনাল্ড বাছাওমইত আৰু শিৱনাথ দত্তক ভালকৈয়ে পৰাভূত কৰিলে। মন্ত্ৰীসভা গঠনৰ সময়ত গভৰ্ণৰ ছাৰ জন কেৰৰ এটা বিশেষ সমস্যা হ'ল। তেওঁ হিন্দু আৰু মুছলমানসকলৰ মাজত ভাৰসাম্য বজায় ৰাখিব খোজাৰ বাবেই এই সমস্যাৰ উদ্ভৱ হৈছিল। মহম্মদ ছাদুল্লা আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰতিনিধি আৰু শিলচৰ আৰু কাছাৰ জিলাক লৈ গঠিত সুৰমা উপত্যকাৰ প্ৰতিনিধি আছিল এজন হিন্দু। বিশেষ ধৰণৰ ৰাজনৈতিক বাধ্যবাধকতাৰ বাবে এই হিন্দু প্ৰতিনিধিজন মন্ত্ৰীসভাত যোগ দিবলৈ অমান্তি হয়। এক সম্ভাব্য অশুভ পৰিস্থিতি এৰাই চলাৰ উদ্দেশ্যে গভৰ্ণৰে এজন জনজাতীয় প্ৰতিনিধিক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰিবলৈ সিদ্ধান্ত ল'লে। বিশেষকৈ গভৰ্ণৰ ছাৰ জন কেৰৰ চকু পৰিছিল ৰেভাৰেণ্ড ৰয়ৰ ওপৰত আৰু তেওঁক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰাৰ সম্ভাৱনাৰ কথা জনোৱা হৈছিল। আচৰিত কথা, ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে বিশেষ উৎসাহ নেদেখুৱালে। ধৰ্মসংক্ৰান্ত কামত ব্যস্ত হৈ থকা কাৰণে মন্ত্ৰিত্ব লোৱা উচিত হ'ব নে নহয়, এই লৈ তেওঁৰ মনত সন্দেহৰ উদ্ৰেক হ'ল।

সেই কালৰ এটা ডাঙৰ সামাজিক ব্যাধি আছিল মানুহৰ কানি খোৱা অভ্যাস। ইয়াৰ ফলত মানুহৰ স্বাস্থ্য আৰু সমাজৰ ওপৰত ইমান বেয়া প্ৰভাৱ পৰা সত্ত্বেও ব্ৰিটিছসকলে কানিৰ ব্যৱসায়ক নিৰুৎসাহিত কৰা নাছিল।

যিসকল কানি খোৱা মানুহ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ সংস্পৰ্শলৈ আহিছিল, তেওঁলোকৰ দুখজনক অৱস্থা দেখি তেওঁ শোকাভিভূত হৈছিল। তেওঁ এই কথা ভাবি সচেতন হ'ল যে এই ভয়াবহ ব্যাধিক যদি বিয়পি যাবলৈ দিয়া হয়, তেন্তে ই কেৱল কেইজনমান ব্যক্তি বা পৰিয়ালৰ জীৱনৰেই অৱক্ষয় নঘটায়, ই সমগ্ৰ সমাজৰো ধ্বংস মাতি আনিব। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অনুভৱ কৰিলে যে ইয়াৰ ব্যাপকতা কমাই অনাৰ একমাত্ৰ উপায় হ'ল, এক নতুন আইনৰদ্বাৰা ইয়াৰ বিক্ৰী নিষেধ কৰা। সেই কাৰণে তেওঁ কানি বিক্ৰীত বাধা দিয়াৰ কাৰণে বিধান পৰিষদত এক ব্যক্তিগত সদস্যৰ বিধেয়ক উত্থাপন কৰিলে আৰু এই বিধেয়কত কানি ব্যৱসায়ৰ লগত জড়িত থকাসকলৰ বাবে কঠোৰ শাস্তিৰ ব্যৱস্থা কৰা হ'ল।

ইতিমধ্যে তেওঁৰ ধৰ্মসংক্ৰান্ত কামৰ হেঁচাও বাঢ়ি আহিল আৰু ধৰ্মপ্ৰচাৰকৰ ৰূপত তেওঁক মানুহে সকলো ঠাইতে সকলো সময়তে বিচাৰিবলৈ ধৰিলে। এইবোৰৰ উপৰিও তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ইণ্ডিয়ানা প্ৰদেশৰ গিৰ্জাৰ আৰ্হিত এক নতুন গিৰ্জা স্থাপনত আগভাগ ল'লে। তেওঁ স্থাপন কৰা ধৰ্মীয় সংগঠন 'চাৰ্চ অব গড'ৰ শিপা সুদৃঢ় হৈ আহিল আৰু তাৰ অনুসৰণকাৰীৰ সংখ্যা দিনকদিনে বাঢ়ি যাবলৈ ধৰিলে।

এনেকুৱা সময়তে গভৰ্ণৰ ছাৰ জন কেৰে তেওঁক মন্ত্ৰীসভাত যোগ দিবলৈ আমন্ত্ৰণ জনায়। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁক ক'লে, "মই এই পদ গ্ৰহণ কৰাৰ আগতে আপোনাক দুটা বা তিনিটা চৰ্তৰ কথা জনাম। মই ঈশ্বৰৰ বাণীৰ প্ৰচাৰক; মোক

মোৰ প্ৰচাৰৰ কাম কৰি থাকিবলৈ দিব লাগিব। মই আফিং বিক্ৰী বন্ধ কৰাৰ কাৰণে এখন ব্যক্তিগত সদস্যৰ বিধেয়ক বিধান পৰিষদত উত্থাপন কৰিছোঁ। গতিকে মই যদি চৰকাৰত যোগ দিওঁ, মোক এই বিধেয়কখন চৰকাৰী বিধেয়কৰ ৰূপত পাছ কৰাবলৈ দিব লাগিব আৰু এই মাৰাত্মক বস্তুটোৰ বিক্ৰী বন্ধ কৰিব লাগিব।" গভৰ্ণৰে উত্তৰ দিলে, "এই চৰকাৰী বিলখন মই গ্ৰহণ কৰিবলৈ সাজু আছোঁ। কিন্তু আইন অনুসাৰে, চৰকাৰৰ কোনো সভ্যই আন কাম কৰাৰ অনুমতি নাপায় আৰু ধৰ্ম সংগঠনৰপৰা টকাও ল'ব নোৱাৰে।" ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে উত্তৰ দিলে, "মই ধৰ্ম সংগঠনৰপৰা টকা লোৱাৰ প্ৰশ্নই নুঠে। আৰু এই কামটো মোৰ বৃত্তিৰ এটা অঙ্গ, গতিকে মই এই কামটো কৰিয়ে থাকিম।" গভৰ্ণৰে উত্তৰ দিলে, "এই বিষয়টো মোৰ কৰ্তৃত্বৰ সীমাৰ ভিতৰত। আমি উচ্চতৰ কৰ্তৃপক্ষৰপৰা অনুমতি ল'ব লাগিব।" ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে দিয়া উত্তৰটো মনোগ্ৰাহী আছিল আৰু তাত তেওঁৰ দৃঢ়তা পৰিস্ফুট হৈছিল; লগতে ইয়াত তেওঁৰ নিজৰ চৰিত্ৰৰ মহত্ত্বও ফুটি উঠিছিল। তেওঁ ক'লে, "মানুহেই আইনৰ সৃষ্টি কৰে, মানুহেই তাৰ ব্যতিক্ৰমো কৰিব পাৰে। গতিকে আপোনালোকে মোক যদিহে বিচাৰে, তেন্তে মোৰ এইখিনি চৰ্ত পূৰণ হ'বই লাগিব।" গভৰ্ণৰে আৰু অলপ বেছি ন্যায়সঙ্গতভাৱে ক'লে, "সেই অনুমতিটো অনাৰ কাৰণে মই ইংলেণ্ডলৈ লিখিম।" ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এটা বিশেষ অনুভূতি মনত লৈ ঘৰলৈ গ'ল; তেওঁ ভাবিলে, যদি তেওঁক ধৰ্মসংক্ৰান্ত কাম কৰি থাকিবলৈ আৰু প্ৰচাৰৰ কামো কৰিবলৈ দিয়া হয়, তেতিয়া তেওঁ ধৰি ল'ব যে ঈশ্বৰেও তেওঁ মন্ত্ৰীসভাত যোগ দিয়াটো বিচাৰে আৰু যদিহে অনুমতি নাহে, তেন্তে তেওঁ ধৰি ল'ব যে মন্ত্ৰীসভাত যোগ নিদিয়াটোৱেই ঈশ্বৰৰ স্পষ্ট ইচ্ছা।

কেইদিনমান পাছত গভৰ্ণৰে উত্তৰ পালে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ক গভৰ্ণৰৰ ঘৰলৈ মতা হ'ল আৰু তেওঁক কোৱা হ'ল, "অনুমতি আহিছে, আপোনাক ধৰ্মপ্ৰচাৰৰ কাম কৰি থাকিবলৈ অনুমতি দিয়া হ'ব, যদিহে আপুনি তাৰ কাৰণে ধন নলয় আৰু মন্ত্ৰীপদত থাকি মানুহক প্ৰভাৱান্বিত কৰাৰ কাৰণে নিজৰ পদবীৰ সুযোগ নলয়।" গতিকে ১৯২৭ চনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে মন্ত্ৰীসভাত যোগ দিলে। এই মন্ত্ৰীসভাই আফিং বিক্ৰী বন্ধ কৰাৰ কাৰণে উত্থাপন কৰা বিধেয়কত বিধান পৰিষদে অনুমোদন জনালে আৰু এইদৰেই মাদক দ্ৰব্যৰপৰা সমাজক মুক্ত কৰাৰ কাৰণে প্ৰথম উল্লেখযোগ্য পদক্ষেপ গ্ৰহণ কৰা হ'ল। এই আইনখন 'আফিং আইন' নামেৰে জনাজাত হৈছিল। এই আইনখন কঠোৰভাৱে বলবৎ কৰা হৈছিল। অৱশেষত, সমাজক এটা অভিশাপৰপৰা মুক্ত কৰাৰ কাৰণে উপায় হাতত লোৱা হৈছে বুলি মানুহে স্বস্তিৰ নিশ্বাস পেলালে। এটা পৰিপূৰ্ণ সামাজিক জীৱনৰ কাৰণে যুদ্ধ কৰোঁতাৰূপে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ক মানুহে স্বীকাৰ কৰি ল'লে; আৰু সকলোৱে তেওঁক এজন অতি সাহসী আৰু প্ৰচণ্ড নৈতিক শক্তিৰ অধিকাৰী পুৰুষৰূপে স্বীকৃতি দিবলৈ ধৰিলে।

6

# উত্তৰ-পূব ভাৰতৰ স্থানীয় লোকসকলৰ শ্ৰেষ্ঠ যুঁজাৰু

*"যি চৰকাৰে মানুহক নিজকে শাসন কৰিবলৈ শিকায়, সেয়ে সৰ্বশ্ৰেষ্ঠ চৰকাৰ"*

*— গ্যেটে*

ৰেভাৰেণ্ড নিকলছ্ ৰয়ৰ অনুভৱী মনে ভাবিলে যে পৰ্বতাঞ্চলৰ আৰু ভৈয়ামৰ মানুহবোৰৰ আকাংক্ষাৰ এক সমন্বয় সাধন কৰাটো খুবেই প্ৰয়োজনীয়। তেওঁৰ উদাৰ দৃষ্টিভঙ্গীয়ে বিচাৰিছিল যে পৰ্বত আৰু ভৈয়ামৰ অধিবাসীসকলৰ অস্তিত্বৰ ৰক্ষণাবেক্ষণ আৰু প্ৰগতি দুয়ো ঠাইৰ মানুহৰ নিজ নিজ প্ৰতিভা অনুসাৰে হ'ব লাগে। তেওঁ কোনো সময়তে এই কথা পাহৰি যোৱা নাছিল। গতিকে ১৯৪৬ চনৰ মাৰ্চ মাহত যেতিয়া ব্ৰিটিছে বেলেগ বেলেগ গ্ৰুপৰ বাবে পৃথক সংবিধান তৈয়াৰ কৰাৰ আঁচনি দাঙি ধৰিলে, তেওঁ জনাই দিলে যে তেওঁ এই আঁচনিৰ বিৰোধিতা কৰিব। আনকি উত্তৰ-পূব সীমান্ত সংৰক্ষিত প্ৰদেশ সৃষ্টিৰ আঁচনিৰো তেওঁ সম্পূৰ্ণ বিৰোধিতা কৰিছিল। অসম উপত্যকা জিলা, চিলেট আৰু কাছাৰ জিলাক বংগৰ লগত একেলগ কৰাৰ ব্ৰিটিছ পৰিকল্পনাৰো তেওঁ দুৰ্ঘোৰ বিৰোধিতা কৰিছিল। ব্ৰিটিছে 'বিভাজনৰদ্বাৰা দেশ শাসন', এই প্ৰখ্যাত নীতি অনুসৰণ কৰি দেশৰ প্ৰশাসনিক আৰু ৰাজনৈতিক ক্ষেত্ৰত নিজৰ কৰ্তৃত্ব সবল কৰি তুলি ইয়াৰদ্বাৰা যে মানুহক 'মানসিক দাস' কৰিব খুজিছিল— ৰেভাৰেণ্ড ৰয়ে সেই কথা ভালকৈ বুজি পাইছিল।

এজন খাছী লোক হিচাপে খাছীসকলৰ ওখ খাপৰ আৰু এক বিশেষ সামাজিক-ৰাজনৈতিক-সংস্কৃতিৰ ওপৰত প্ৰতিষ্ঠিত সামাজিক আৰু ৰাজনৈতিক ঐতিহ্যৰ বাবে তেওঁ সদায় গৌৰৱবোধ কৰিছিল। খাছীসকলৰ মাতৃপ্ৰধান সমাজব্যৱস্থাৰ তেওঁ এজন উচ্চ প্ৰশংসক আছিল আৰু তেওঁ তেওঁৰ তীক্ষ্ণ ৰাজনৈতিক বিচাৰ-বিবেচনাৰে এই কথা সহজেই বুজি পাইছিল যে খাছী ৰাজনৈতিক গাঁথনিটোত এনে এটা স্বাভাৱিক গণতান্ত্ৰিক সংস্কৃতি আছিল, যাৰদ্বাৰা সমাজৰ একেবাৰে নিম্ন পৰ্যায়তো স্বায়ত্ত শাসনৰ পোষকতা

কৰা হৈছিল আৰু এই ব্যৱস্থাৰ অধীনতেই খাছী দৰবাৰৰ কাম-কাজ পৰিচালনাত প্ৰতিজন মানুহৰ মতামতক গুৰুত্ব দিয়া হৈছিল।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এজন দেশপ্ৰেমিক খাছী আছিল। কিন্তু, তেওঁৰ সেই দেশপ্ৰেমৰ ভেটি আছিল ইতিহাসৰ জ্ঞান আৰু এই উপলব্ধিও তেওঁৰ আছিল যে এজন প্ৰকৃত খাছী দেশপ্ৰেমিক একে সময়তে এজন ভাৰতীয় দেশপ্ৰেমিকো হ'ব লাগিব। দেশপ্ৰেম সম্বন্ধে তেওঁৰ ধাৰণা এটা জনজাতীয় সমাজজীৱনৰ ঠেক গণ্ডীৰ বাহিৰ ওলাই আহিছিল। ব্ৰিটিছৰ ৰাজত্ব চলি থকা সময়ত, তেওঁৰ নিচিনা এজন মানুহৰ পক্ষে ইমান দেশপ্ৰেমিক হোৱা আৰু ব্ৰিটিছ শাসকৰ বিৰুদ্ধে স্পষ্টকৈ কথা কোৱাটো অস্বাভাৱিক আছিল; কাৰণ সেই সময়ৰ সৰ্বসাধাৰণৰ চিন্তা-ভাৱনাৰ লগত ইয়াৰ মিল নাছিল।

আমেৰিকাৰ কেলিফোৰ্ণিয়াৰ এটি সম্ভ্ৰান্ত শ্বেতাঙ্গ পৰিয়ালৰ কন্যা তেওঁ বিয়া কৰাইছিল, তেওঁ নিজে এজন খ্ৰীষ্টান আছিল, গিৰ্জাৰ এজন নেতা, তাতে আকৌ ৰেভাৰেণ্ড পদত আছিল। এই পৰিপ্ৰেক্ষিতত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ পক্ষে এইটোহে বেছি স্বাভাৱিক যেন লাগিলহেঁতেন, যদি তেওঁ ব্ৰিটিছৰ লগত সহযোগিতা কৰি, কাৰো লগত মিলা-মিছা নকৰাকৈ নিজে এক আড়ম্বৰপূৰ্ণ জীৱন কটালেহেঁতেন! শাসক শ্ৰেণীয়ে তেওঁৰপৰা আশা কৰা আচৰণৰ বিপৰীতে তেওঁ ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু ভাৰতত ব্ৰিটিছে যিদৰে শাসন কৰিছিল তাৰ বিৰুদ্ধাচাৰণ কৰিছিল। তেওঁ ভাৰতীয় জাতীয়তাবাদত গভীৰভাৱে বিশ্বাস কৰিছিল আৰু স্বাধীনতাকে লক্ষ্য বুলি ভাবিছিল; আৰু পৰ্বতাঞ্চলৰ অধিবাসীসকলৰ কাৰণে আৰু তেওঁৰ নিজৰ সমাজ খাছী-জয়ন্তীয়া লোকসকলৰ কাৰণে কিছু পৰিমাণে স্বায়ত্তশাসন বিচাৰিছিল। সেই সময়ৰ কংগ্ৰেছৰ নেতাসকলৰ নিচিনাকৈ, ব্ৰিটিছসকলৰ সামাজিক আৰু ৰাজনৈতিক ভাৱমূৰ্তি সম্বন্ধে, ৰেভাৰেণ্ড ৰয়ে দুটা স্পষ্ট ধাৰণা মনত ৰাখিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মনত কোনো সন্দেহ নাছিল যে ব্ৰিটিছসকল এনে কিছুমান মূল্যবোধ আৰু গুণৰ অধিকাৰী আছিল, যিবোৰে তেওঁলোকৰ জাতিৰ বাবে গৌৰৱ কঢ়িয়াই আনিছিল। তাৰ লগতে তেওঁলোকে গঢ়ি তোলা ন্যায়িক আৰু প্ৰশাসনীয় ব্যৱস্থাটোও সমানেই কৃতিত্বপূৰ্ণ আছিল। তথাপিও নিজা সমাজৰ লোকসকলৰ সামাজিক ইতিহাসক লৈ তেওঁ গৰ্ব অনুভৱ কৰিছিল, কাৰণ তেওঁ খাছী জাতিৰ লোকসকলক অত্যন্ত উচ্চ মানৰ সংস্কৃতিৰ অধিকাৰী বুলি ভাবিছিল। এই প্ৰসঙ্গত তেওঁ কোৱা এষাৰ কথা মোৰ মনত পৰিছে, "আমি (খাছীয়া মানুহে) কেতিয়াও আমাৰ প্ৰতিবেশীসকলক ভয় কৰা নাছিলোঁ।" ব্ৰিটিছে যেতিয়া খাছী আৰু আন আন জনজাতিৰ অঞ্চলবোৰৰ ওপৰত "পিতৃসুলভ শাসন" জাপি দিব খুজিছিল, তেতিয়াই তেওঁ এই কথা কৈছিল। খাছীসকলৰ পক্ষে এই প্ৰচেষ্টা তেনেই অসঙ্গত আছিল আৰু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মতে এইটো কেৱল "অসভ্য বা অৰ্দ্ধসভ্য মানুহৰ" কাৰণেহে উপযুক্ত আছিল। "পিতৃসুলভ শাসন কেৱল এটি শিশুৰ কাৰণেহে উপযুক্ত, পূৰ্ণবয়স্ক মানুহৰ কাৰণে নহয়। ৰাজনীতিৰ ক্ষেত্ৰত ই কেৱল অসভ্য মানুহৰ কাৰণেহে উপযুক্ত, সভ্য মানুহৰ কাৰণে নহয়। খাছীসকল সুসভ্য মানুহ। আমি নিজেই আমাক শাসন কৰিব পাৰিম"— এইবুলি তেওঁ ব্ৰিটিছক যোগ্য প্ৰত্যুত্তৰ দিলে।

উনৈশ শ ছয়চল্লিশ চনৰ জানুৱাৰীত ব্ৰিটিছ সংসদীয় প্ৰতিনিধিদলক দিয়া স্মাৰকপত্ৰত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে গৌৰৱেৰে সৈতে খাছী লোকসকলৰ ৰাজনৈতিক প্ৰতিষ্ঠানবোৰৰ চৰিত্ৰ আৰু তেওঁলোকৰ সম্পদৰ প্ৰাচুৰ্য, বাগিজ্যৰ ক্ষেত্ৰত থকা ক্ষমতা আৰু যুদ্ধ-বিগ্ৰহত প্ৰদৰ্শন কৰা শক্তিৰ কথা বৰ্ণনা কৰিছে এনেদৰে ঃ

> ''আমাৰ প্ৰতিবেশী অসম উপত্যকা আৰু সুৰমা উপত্যকাৰ লোকসকলৰ লগত আমাৰ বাণিজ্যিক সম্পৰ্ক আছিল। জয়ন্তীয়া লোকসকলো একে খাছী বংশোদ্ভূত, তেওঁলোকে চিলেট জিলাৰ এক অংশৰ ওপৰত ৰাজত্ব কৰিছিল; এই অঞ্চলৰ মানুহে বঙলা ভাষাৰ এটা বিশেষ ৰূপত কথা-বতৰা কৈছিল। আৰু চেৰা ৰাজ্যৰ প্ৰধানসকলৰ চিলেটৰ বঙালীসকলৰ লগত বাণিজ্যিক লেন-দেন আছিল আৰু পাছৰফালে ওচৰে-পাজৰে থকা কোনো কোনো অঞ্চলৰ ওপৰত তেওঁলোকে শাসনো কৰিছিল। অসম আৰু চিলেট জিলাৰ ওচৰত বাস কৰা বহুত খাছী জমিদাৰৰূপে এই অঞ্চলত মাটিবাৰীৰ অধিকাৰী আছিল।''

খাছীসকল সেই সময়ত নিৰ্ভীক আছিল আৰু কাষৰীয়া ঠাইবিলাকত শাসন কৰিবলৈ আৰু বেহা-বেপাৰ কৰিবলৈ সদায় সাজু আছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে প্ৰায় খাছীসুলভ নিৰ্ভীকতাৰেই এই কথাখিনি কৈছিল। সেই সময়ত খাছী আৰু জয়ন্তীয়াসকলৰ অৰ্থনৈতিক আৰু সামৰিক কৰ্মতৎপৰতা ঠিক তেনেকুৱাই আছিল।

ৰেভাৰেণ্ড ৰয়ে, খাছীসকলৰ অফুৰন্ত অন্তৰ্নিহিত শক্তিৰ কথা যিভাৱে কৈছিল আৰু লিখিছিল, তাৰদ্বাৰা ব্ৰিটিছসকল মুগ্ধ হৈছিল। ইয়াৰ উপৰি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে সদায় এই কথা মনত ৰাখিছিল যে উত্তৰ-পূৰ্বাঞ্চলৰ পাৰ্বত্য এলেকা আৰু অসম উপত্যকাৰ ভৈয়ামৰ মানুহখিনিৰ স্বাৰ্থৰ হকে তেওঁ বহুতো কাম কৰিবলগীয়া আছে। তেওঁ গভীৰ উৎসৰ্গাৰ মনোভাৱেৰে এই কাম কৰি গৈছিল আৰু সেয়েহে ব্ৰিটিছ শাসকবৰ্গ সন্ত্ৰস্ত হৈ উঠিছিল। পাৰ্বত্য অঞ্চল আৰু অসম উপত্যকাৰ লোকসকলৰ মাজত একতা স্থাপনৰ অৰ্থে তেওঁ কোনো কথা ক'বলৈ ভয় কৰা নাছিল।

গাৰো পৰ্বতৰ সম্বন্ধে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কৰা মন্তব্য অতীত বুৰঞ্জী আৰু ভৱিষ্যৎ— এই দুয়োটাৰে ওপৰত আধাৰিত আছিল। সমাজক বুজি পোৱাত তেওঁৰ অপাৰ্থিৱ ক্ষমতাৰদ্বাৰাই তেওঁ লিখিছিল যে গাৰোসকলৰ ভৱিষ্যৎ খাছী আৰু জয়ন্তীয়া পাহাৰৰ লোকৰ সৈতে জড়িত। তেওঁ যেন দূৰদৰ্শিতাৰ বলত আঢ়ৈ দশক পাছত খাছী, জয়ন্তীয়া আৰু গাৰো পাহাৰক লৈ গঠিত হ'বলগীয়া মেঘালয়ৰ পূৰ্বাভাস তেতিয়াই পাইছিল। সম্ভৱতঃ তেওঁ গাৰোসকলৰ জীৱন-যাপন প্ৰণালী, মনোভাৱ আৰু জ্ঞাতিতত্ত্ব সম্বন্ধে যথেষ্ট পঢ়াশুনা কৰিছিল। অৱশ্যে সেই বিষয়ে কোনেও সঠিককৈ ক'ব নোৱাৰে; কিন্তু ১৯৪৬ চনত তেওঁ লিখিছিল যে, ''গাৰো পাহাৰ অঞ্চল, খাছী আৰু জয়ন্তীয়া পাহাৰৰ লগত লাগি আছে আৰু ই অসমৰ বিধান সভাৰ অন্তৰ্গত। গাৰো পাহাৰ অঞ্চলক, প্ৰস্তাৱিত উত্তৰ-পূব সীমান্ত প্ৰদেশতো অন্তৰ্ভুক্ত কৰা অনুচিত। এই পদক্ষেপ ল'লে গাৰো পাহাৰৰ প্ৰগতিৰ ঘড়ীৰ কাঁটা স্তব্ধ হৈ ৰ'ব।''

একেদৰেই নগা পৰ্বত, লুচাই পাহাৰ (মিজোৰাম) আৰু অগ্ৰৱৰ্তী সীমান্ত অঞ্চল

(অৰুণাচল প্ৰদেশ) অসম প্ৰদেশৰপৰা বিচ্ছিন্ন কৰাত তেওঁ বাধা দিছিল আৰু এইবোৰক উত্তৰ-পূব সীমান্ত প্ৰদেশৰ লগত যুক্ত কৰাৰ বিৰুদ্ধে কৈছিল। তেওঁ অনুভৱ কৰিছিল যে উত্তৰ-পূৰ্বাঞ্চলৰ এই অগণন মানুহৰ নিজ নিজ বিশেষত্ব ধ্বংস হৈ যাব, যদিহে তেওঁলোকক লৈ ব্ৰিটিছৰাজৰ তলত এখন আশ্ৰিত ৰাজ্য গঠন কৰা হয়। তেওঁ এই সকলো ৰাজ্যই অসমৰ ভিতৰত আৰু ভাৰতৰ ভিতৰত থাকিও নিজৰ স্বকীয়তা বজায় ৰখাটো বিচাৰিছিল। ই এটা সৌভাগ্যৰ বিষয় আছিল যে নগা পৰ্বত, লুচাই পাহাৰ আৰু অগ্ৰৱৰ্তী সীমান্ত অঞ্চলে (অৰুণাচল) ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ ওপৰত আস্থা ৰাখিছিল। তেওঁ নিশ্চয় পৰ্বতীয়া লোকসকলৰ প্ৰধান যোদ্ধা আছিল।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয় কেনে ধৰণৰ মানুহ আছিল সেইটো তেওঁ প্ৰমাণ কৰিলে, যেতিয়া তেওঁ অসম উপত্যকা, চিলেট আৰু কাছাৰ জিলাক ব্ৰিটিছে বঙ্গদেশৰ লগত যুক্ত কৰিবলৈ কৰা চেষ্টাৰ বিৰুদ্ধে উঠিপৰি লাগিল। পাৰ্যমানে তেওঁ এই আঁচনিৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। তেওঁ নিৰ্ভয়ে আৰু স্পষ্টকৈ কৈছিল, "অসম উপত্যকাৰ জিলাবোৰৰ এই অৱস্থা কৰিলে নিশ্চয় অন্যায় কৰা হ'ব।"

এইটো মন কৰিবলগীয়া যে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ বক্তব্য আৰু লিখনিৰপৰা তেওঁক অসমীয়া মানুহৰ মুখপাত্ৰ যেনহে লাগিছিল। 'গ্ৰুপিং আঁচনি'ৰ প্ৰতিবাদ কৰাৰ সময়ত তেওঁ এইবুলি আশঙ্কা প্ৰকাশ কৰিছিল যে ইয়াৰদ্বাৰা "অসমীয়া কৃষ্টি আৰু ভাষা লোপ পাব পাৰে।" তেওঁ অনুভৱ কৰিছিল যে সেই সময়ত যিকোনো ৰাজনৈতিক বিভাজন ভৈয়াম আৰু পৰ্বত দুয়ো ঠাইৰে অধিবাসীসকলৰ স্বাৰ্থৰ পৰিপন্থী হ'লহেঁতেন। বঙলা ভাষা কোৱা চিলেট জিলাৰ প্ৰসঙ্গত তেওঁ স্বীকাৰ কৰিছিল যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নীতি অনুসাৰেই যিবোৰ অঞ্চলত একে ভাষা কোৱা লোক আছে, সেইবোৰক লৈ এখন প্ৰদেশ গঠন কৰা উচিত। সেয়েহে, চিলেট জিলা সম্বন্ধে তেওঁৰ কোনো অনমনীয় স্থিতি নাছিল। কিন্তু অসম উপত্যকাৰ অঞ্চলসমূহৰ পৰিস্থিতি সম্পূৰ্ণ বেলেগ আছিল। তেওঁ এইবুলি মত প্ৰকাশ কৰিছিল, "এইটো তেনেই অন্যায় হ'ব।" তেওঁ স্পষ্টকৈ জনালে, "পৰ্বতীয়া অঞ্চলৰ আৰু অসম উপত্যকাৰ ভৈয়ামৰ সমূহ জনগণে এই আঁচনিৰ বিৰোধিতা কৰে।"

ব্ৰিটিছ আঁচনিখন অতি উচ্চপদস্থ বিষয়াসকলে চিন্তা কৰি তৈয়াৰ কৰিছিল আৰু দিল্লীৰ শাসন যন্ত্ৰৰ ঊৰ্ধ্বতম মহলৰ নিৰ্দেশ অনুসাৰেই এই কাম কৰা হৈছিল। ক্লিমেণ্ট এট্‌লীৰ নেতৃত্বত লেবাৰ পাৰ্টিৰ নতুন ব্ৰিটিছ চৰকাৰে অৱশ্যে ভাৰতীয় নেতাসকলৰ হাতত ক্ষমতা তুলি দিয়াৰ ইচ্ছা প্ৰকাশ কৰিছিল; তাৰ কাৰণ আছিল— ভাৰতীয় জনসাধাৰণৰ 'যুদ্ধং দেহি' মনোভাৱ আৰু দ্বিতীয় মহাসমৰৰ (১৯৩৯-৪৫) ফলত ব্ৰিটিছৰ শক্তি যথেষ্ট কমি যোৱা। যদিও এই যুদ্ধত গ্ৰেটব্ৰিটেইন জয়ী হৈছিল, তথাপি এই দেশখনে বিশ্বশক্তিৰূপে প্ৰথম স্থান হেৰুৱায় আৰু এই ঠাই লয় দুই বৃহৎ শক্তি আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েট ৰাছিয়াই। ব্ৰিটেইনৰ ৰাজনৈতিক শাসকসকলে নিজৰ সুবিধা অনুসাৰে যিমান সোনকালে পাৰে ভাৰতৰ ভূমি এৰি যাব খুজিলেও, উচ্চপদস্থ আমোলাসকলে এনে এখন আঁচনি তৈয়াৰ কৰাৰ কামত লাগি আছিল, যাৰ

দ্বাৰা ভাৰতীয় থলুৱা ৰাজ্যবোৰ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ পাৰ্বত্য এলেকাসমূহক লৈ ব্ৰিটিছ সাম্ৰাজ্যৰ আশ্ৰিত উপনিবেশ গঢ়ি তুলিব খোজা হৈছিল।

ব্ৰিটেইনৰ অৰ্থনৈতিক স্বাৰ্থ আৰু ইয়াৰ ৰক্ষণাবেক্ষণৰ বাবে কাম কৰা শক্তিসমূহে অনুভৱ কৰিলে যে ভাৰতৰ মাটিত, যি যি ঠাইতে সম্ভৱ, তাত খোপনি নোপোতাকৈ এনেয়ে দেশ ত্যাগ কৰি তেওঁলোক যাব নোৱাৰে; কিয়নো, ভাৰতেই আছিল ব্ৰিটিছ সাম্ৰাজ্যৰ মুকুটৰ ৰত্ন। স্বাধীনোত্তৰ ভাৰতবৰ্ষ সম্পৰ্কে ব্ৰিটিছ আমোলাতন্ত্ৰ আৰু ব্ৰিটিছ জননেতাসকলৰ মনোভাৱৰ মাজত থকা পাৰ্থক্য ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে বুজি পাইছিল। ৰাজনৈতিক নেতাসকলৰ এই বিষয়ত এটা স্পষ্ট নীতি আছিল যদিও আমোলাসকল আৰু সামৰিক বাহিনীয়ে বিচাৰিছিল যে সম্ভৱপৰ সকলো ক্ষেত্ৰতে বিভিন্ন অঞ্চলৰ লগত ব্ৰিটিছে সম্পৰ্ক অব্যাহত ৰাখিব লাগিব। উদাৰ হৃদয়ৰ ব্ৰিটিছ নেতাসকল আৰু স্বাৰ্থপৰ, উদ্ধত মনৰ বিষয়াসকলৰ মনোভাৱৰ মাজত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে বিস্তৰ পাৰ্থক্য লক্ষ্য কৰিলে। সেই কাৰণে হয়তো তেওঁ আন্তৰিকতা আৰু কূটনৈতিক দৃষ্টিভঙ্গীৰে ব্ৰিটিছ সংসদীয় প্ৰতিনিধিদলক আহ্বান জনাইছিল, যাতে তেওঁলোক সংকীৰ্ণ স্বাৰ্থৰ ঊৰ্ধ্বলৈ উঠিব পাৰে। তেওঁলোকলৈ তেওঁ লিখিলে, "মই নিজে বিশ্বাস কৰোঁ যে আপোনালোকৰ নিচিনা ৰাষ্ট্ৰ শাসনত দক্ষ ব্ৰিটিছ মানুহে স্থানীয় ব্ৰিটিছ বিষয়াসকলে দাঙি ধৰা পশ্চাদগামী পৰিকল্পনাসমূহ সহ্য কৰিব নোৱাৰিব; কিয়নো, সেই বিষয়াসকলৰ ভিতৰত বহুতেই মহান হৃদয়ৰ অধিকাৰী ইংলেণ্ডবাসীৰ বাবে কলংক স্বৰূপ।"

এই আঁচনিৰ উদ্দেশ্য আছিল, অসম প্ৰদেশ সম্পূৰ্ণৰূপে বিলুপ্ত কৰি তাৰ সীমা নতুনকৈ নিৰ্দ্ধাৰণৰদ্বাৰা এহাতেদি বৃহত্তৰ বংগ আৰু আনহাতেদি পাৰ্বত্য এলেকাসমূহক লৈ উত্তৰ-পূব সীমান্ত আশ্ৰিত ৰাজ্য গঢ়ি তোলা। এই গ্ৰুপিঙৰ ষড়যন্ত্ৰৰ সপক্ষে দিয়া এটা যুক্তি আছিল— তেনেই ক্ষুদ্ৰ হোৱা বাবে অসম অৰ্থনৈতিক দৃষ্টিকোণৰপৰা এক প্ৰদেশ হোৱাৰ যোগ্য নহয় আৰু ব্ৰিটিছ বিষয়াসকলে যুগুতাই উলিওৱা নীতি-নিৰ্দেশনাৰ আধাৰতো অসম এখন সবল, যোগ্য প্ৰদেশ হৈ উঠিব নোৱাৰে। এই ধৰণৰ যুক্তিবোৰৰ বিৰোধিতাকল্পে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অনুভৱ কৰিছিল যে ভাৰতৰ স্বাধীনতা যিহেতু সমাগত, কোনো অঞ্চলৰ পুনৰ্বিভাগ কৰি নতুন প্ৰদেশ গঠন কৰাৰ নিচিনা শাসন সম্পৰ্কীয় গুৰুত্বপূৰ্ণ নীতিসমূহত ব্ৰিটিছ সংসদে ইয়াৰ ইচ্ছা আমাৰ ওপৰত জাপি দিয়া উচিত নহয়। ভাৰতৰ স্বাধীনতা যেতিয়া আহিব, ভাৰতীয় নেতাসকলেহে নিজৰ সংসদ গঠন কৰি এনেবোৰ গুৰুত্বপূৰ্ণ বিষয়ত সিদ্ধান্ত ল'ব পাৰিব। তদুপৰি তেওঁ যুক্তি দিলে যে এটা অঞ্চল কেনেকুৱা বা কিমান ডাঙৰ হ'লে বা তাৰ জনসংখ্যা কিমান হ'লে এখন প্ৰদেশ গঠন কৰা যাব পাৰে, তাৰ কোনো ধৰা-বন্ধা নিয়ম নাই। তেওঁ আঙুলিয়াই দেখুৱালে—

> "অষ্ট্ৰেলিয়াৰ টাছমানিয়াত, মোৰ অনুমান, জনসংখ্যা প্ৰায় বিশ লাখমানহে হ'ব। ই এখন পূৰ্ণাংগ ৰাজ্য আৰু এই ৰাজ্যখনে নিজেই তাৰ গভৰ্ণৰ নিৰ্বাচিত কৰে। পাৰ্বত্য অঞ্চলসমূহক ধৰি লৈ অসমৰ জনসংখ্যা সত্তৰ লাখ। এখন প্ৰদেশ গঠনৰ

> পক্ষে এই সংখ্যাই যথেষ্ট। সমগ্ৰ অষ্ট্ৰেলিয়াৰ জনসংখ্যা এতিয়া কেৱল পয়সত্তৰ লাখ আৰু তাত কেইবাজনো গভৰ্ণৰ আছে। অসম এখন সুকীয়া প্ৰদেশ হোৱাৰ পথত জনসংখ্যাৰ প্ৰশ্নটো কেতিয়াও বাধা হৈ উঠিব নোৱাৰে।

উত্তৰ-পূৰ্বাঞ্চলৰ পৰিক্ৰমাৰ ওপৰত থকা ৰেভাৰেণ্ড ৰয়ৰ আগ্ৰহে সকলো দিশ সামৰি লৈছিল; কিয়নো, তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে পাহাৰ-ভৈয়ামৰ জনজাতি-অজনজাতি, সকলো থলুৱা লোকৰে উন্নতিৰ লগত এই অঞ্চলৰ ভৌগোলিক পৰিৱেশ, উমৈহতীয়া অভিজ্ঞতা আৰু বুৰঞ্জীৰ অঙ্গাঙ্গী সম্পৰ্ক আছে। উত্তৰ-পূৰ্বাঞ্চলৰ স্থানীয় লোকসকলৰ কাৰণে কাম কৰি যোৱা তেওঁ অক্লান্ত কৰ্মী আছিল।

# 7

## জিলা পৰিষদৰ স্বায়ত্তশাসন ঃ সমন্বয় নে বিভেদৰ অস্ত্ৰ!

*"কোনো মানুহে এখন আইন পাছ কৰাব পাৰে বা এটা ভোট পাব পাৰে, কিন্তু যদি মানুহৰ হৃদয় আৰু মন জয় কৰিব নোৱাৰে, তেন্তে এইবোৰৰ কোনো মূল্য নাই।"*
*— পি. ভি. নৰসিংহ ৰাও*

আমি এতিয়া ঘূৰি যাওঁ ১৯৪৯ চনৰ ৬ ছেপ্টেম্বৰলৈ। সেইদিনা নতুন দিল্লীৰ সংবিধান সভাত পৌৰোহিত্য কৰিছিল ড° ৰাজেন্দ্ৰ প্ৰসাদে। সেইদিনাৰ কাৰ্যসূচীৰ ভিতৰত আছিল সংবিধানৰ ষষ্ঠ অনুসূচী। এই বিষয়টো অতি বিতৰ্কিত আছিল। অসমৰ এজন সভ্য, কুলধৰ চলিহাই আক্ৰমণৰ গুৰি ধৰিলে আৰু অকণো লুক-ঢাক নকৰাকৈ ক'লে যে এই পৰিকল্পনা ব্ৰিটিছৰ বুদ্ধিৰে কৰা হৈছে; ইয়াৰ উদ্দেশ্য হ'ল অসমৰ জনগণৰপৰা জনজাতিসমূহক আঁতৰাই ৰখা। তেওঁ সাৱধান কৰিলে, "যিদৰে আপোনালোকে পাকিস্তানৰ সৃষ্টি কৰিলে, তেনেকৈয়ে এখন ট্ৰাইবেলস্তান পাতিব খুজিছে।" কঠোৰ ভাষাৰে চলিহাই তেওঁৰ আক্ৰমণ অব্যাহত ৰাখিলে ঃ

> "এইবুলি কোৱা হয় যে তেওঁলোক (জনজাতীয় লোক) বৰ গণতান্ত্ৰিক মানুহ; প্ৰতিহিংসা পূৰণৰ সময়ত তেওঁলোক গণতান্ত্ৰিক; আইনক প্ৰথমতে নিজৰ হাতত লোৱাৰ পদ্ধতিতো তেওঁলোক গণতান্ত্ৰিক। আৰু যদি কোনোবাই তেওঁলোকক ভয় দেখুৱায়, তেওঁলোক ইমানেই গণতান্ত্ৰিক যে তেওঁলোকে আমাৰ মূৰ কাটি পেলাব.....। ই এনে এটা ভীতি-প্ৰদৰ্শন, যিটো আৱশ্যকহীন আৰু মূল্যহীন। সেই ধৰণৰ কিছুমান মানুহে যেতিয়া আমাক কয় যে তেওঁলোক আহি আমাৰ ওপৰতে পৰিবহি, আমি সেই ভীতি-প্ৰদৰ্শনৰদ্বাৰা ভয় খাব নালাগে। কিছুমান মানুহৰ ভীতি-প্ৰদৰ্শনৰদ্বাৰা এইটো আমাৰ ওপৰত জাপি দিব খোজা হৈছে আৰু আমি এই ন্যস্তস্বাৰ্থসমূহৰ বিৰুদ্ধে সজাগ হৈ থকা উচিত।"

চলিহাই এই কথাৰে তেওঁৰ বক্তব্যৰ সামৰণি মাৰিলে, "এই সম্পূৰ্ণ অনুসূচী এনেভাৱে তৈয়াৰ কৰা হৈছে যে ইয়াৰদ্বাৰা চৰকাৰৰ কৰ্তৃত্বক নুই কৰিব খোজা হৈছে"।

একে সুৰতে কথা কৈ উৰিষ্যাৰ এজন সভ্য বি. দাসে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ক এইবুলি দোষাৰোপ কৰিলে যে তেওঁ পুৰণিকলীয়া বস্তুবোৰকে চিৰস্থায়ী কৰিব খুজিছে। দাসে দ্বিজাতিতত্ত্ব সমৰ্থন কৰা বুলি ৰেভাৰেণ্ড ৰয়ৰ বিৰুদ্ধে অভিযোগ আনিলে। দাসে তেওঁৰ তীক্ষ্ণ ভাষাৰে কৈ গ'ল, ''মই ষষ্ঠ অনুসূচীৰ ব্যৱস্থাবোৰ ঘিণ কৰোঁ, যাৰদ্বাৰা আপুনি আদিম সমাজৰ জীৱনধাৰাকেই চলাই থাকিব খুজিছে.....। ব্ৰিটিছ আৰু আমেৰিকাৰ খ্ৰীষ্টান মিছন তথা সম্প্ৰদায়সমূহৰ যোগেদি ব্ৰিটিছ গুপ্তচৰবিলাক এই জনজাতীয় অঞ্চলত প্ৰৱেশ কৰিছে আৰু সেইকাৰণে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়কে দায়ী বুলি ধৰা হ'ব।'' ৰেভাৰেণ্ড নিকল্‌ছ ৰয় নিৰ্বাক আৰু উত্তেজিত নোহোৱাকৈ বহি আছিল। দাস ইয়াতেই ক্ষান্ত নাথাকিল। আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আৰু ইয়াৰ সৈতে থকা দায়িত্বৰ আলোচনা প্ৰসঙ্গত দাসে তেওঁৰ আক্ৰমণাত্মক বক্তব্য অব্যাহত ৰাখিলে।

''সংসদীয় ব্যৱস্থাৰ সৈতে থকা দায়িত্বৰ'' প্ৰসঙ্গত দাসে তেওঁৰ দীঘলীয়া আলোচনাত এইবুলি মন্তব্য কৰিলে যে ''এই দায়িত্ব সেইসকল লোকে লোৱা উচিত, যিসকল লোক যোগ্য, জ্ঞানী, ন্যায়পৰায়ণ আৰু শিক্ষিত। জনজাতীয় মানুহৰ হাতত অধিক ৰাজনৈতিক ক্ষমতা দিয়াৰ ফলত নিশ্চয়েই সমগ্ৰ দেশলৈ অৰাজকতা, বিশৃঙ্খলতা আৰু ভীষণ বেমেজালি মাতি অনা হ'ব।'' আক্ৰমণাত্মক ভাষাৰে তেওঁ কৈ গ'ল ঃ

> ''যদি জনজাতীয় লোকসকলে ৰাজনৈতিক স্বায়ত্তশাসন আৰু জিলা আৰু আঞ্চলিক পৰিষদসমূহক দিয়া ক্ষমতাবোৰ বিচাৰে, তেন্তে মই নিজে এই দাবী কেতিয়াও মানি নলওঁ। মই আত্মনিয়ন্ত্ৰণৰ নীতিক সমৰ্থন নকৰো। মই গৰিষ্ঠসংখ্যক মানুহৰ সৰ্বাধিক মঙ্গলৰ নীতিত বিশ্বাস কৰোঁ। মই জনজাতিৰ বেদীত ভাৰতৰ স্বাৰ্থক বলি দিব নোৱাৰো। আত্মনিয়ন্ত্ৰণৰ নীতিয়ে ইউৰোপলৈ ব্যাপক ধ্বংস মাতি আনিছে। মোৰ জীৱন কালতে ই দুখন বিশ্বযুদ্ধৰ কাৰণে দায়ী। ইয়েই ভাৰতক খণ্ডিত কৰিলে আৰু ইয়াৰ ফলতেই দেশত গৃহদাহ, লুণ্ঠন, হত্যা আৰু স্ত্ৰীজাতি আৰু শিশুসকলৰ প্ৰতি বৰ্বৰতম অপৰাধ সংঘটিত হৈছে। ইয়াৰ বাবেই মহাত্মা গান্ধীকো হত্যা কৰা হ'ল।''

মৌখিক আক্ৰমণ বাধাহীনভাৱে চলি থাকিল। ৰোহিনী কুমাৰ চৌধুৰীও গৰজি উঠিল, ''আমি জনজাতীয় লোকসকলক আমাৰ ওচৰ চপাই আনিব খোজো.....মোক জনজাতীয় মানুহৰ লগত মিলামিছা কৰিবলৈ দিয়া নহয়; জনজাতীয় লোকসকলক মোৰ লগত মিলামিছা কৰিবলৈ দিয়া নহয়। এয়া আমাৰ বন্ধু মি. নিকল্‌ছ ৰয়ে স্বায়ত্তশাসিত জিলাৰ হকে ওকালতি কৰিব খুজিছে। আপোনাক স্বায়ত্তশাসিত জিলা কিয় লাগে?''

চৌধুৰীয়ে বিশ্বাস কৰিছিল যে জিলাৰ স্বায়ত্তশাসনে জনজাতীয় লোকসকলক ভাৰতৰ অন্যান্য লোকসকলৰপৰা বিচ্ছিন্ন কৰিব। তেওঁ প্ৰশ্ন তুলিলে ঃ

> ''আপুনি এই স্বায়ত্তশাসিত জিলাবোৰৰ সৃষ্টি কৰি তেওঁলোকক আমাৰপৰা কিয় বিচ্ছিন্ন কৰিব খুজিছে? আপুনি জনজাতীয় আৰু অ-জনজাতীয় লোকসকলৰ মাজত সমন্বয় বিচাৰে নে দুয়োপক্ষক বিচ্ছিন্ন কৰিব খোজে? আপুনি যদি তেওঁলোকক বিচ্ছিন্ন কৰিব খোজে, তেওঁলোকে তিব্বতৰ লগত যোগ দিব, বা

তেওঁলোকে ব্ৰহ্মদেশৰ লগত যোগ দিব; এই কথা আপুনি নিশ্চয়কৈ জানি থওক যে তেওঁলোক কেতিয়াও ভাৰতৰ অন্যান্য অংশৰ লগত এক হৈ মিলিজুলি নাথাকে।''

তেওঁ দূৰদৃষ্টিৰে অনুমান কৰিছিল যে জনজাতীয় লোকসকলক স্বায়ত্তশাসিত জিলা পাতিবলৈ দিয়াটো দেশৰ জনগণৰ স্বাৰ্থৰ পৰিপন্থী হ'ব। তেওঁৰ অপৰিপক্ক মনত ধাৰণা হ'ল যে জনজাতিবোৰে জিলা পৰিষদসমূহক অস্ত্ৰৰূপে ব্যৱহাৰ কৰি ভাৰতক বিভক্ত কৰিব আৰু অশান্তিৰ সৃষ্টি কৰিব। চৌধুৰীৰ ধাৰণা যে ভুল আছিল সি অৱশ্যে পাছৰ বছৰবিলাকৰ বুৰঞ্জীত প্ৰমাণিত হৈছিল। কিন্তু তেওঁ যি উদ্দীপ্ত কথাৰে তেওঁৰ ভাষণৰ সামৰণি মাৰিছিল, তাক মনত পেলোৱা প্ৰয়োজনীয়। তেওঁ কৈছিল ঃ

''এই স্বায়ত্তশাসিত জিলা হ'ল এপাট অস্ত্ৰ, যাৰ সহায়েৰে জনজাতীয় লোকসকলক চিৰকালৰ কাৰণে অ-জনজাতীয় লোকসকলৰপৰা আঁতৰাই ৰখাৰ কাৰণে ব্যৱস্থা কৰা হৈছে; আৰু স্বাধীনতা প্ৰাপ্তিৰ পাছত যি বন্ধুত্বৰ এনাজৰী গঢ়ি উঠিব বুলি আমি আশা কৰিছিলো, সি ছিন্ন-ভিন্ন হৈ যাব। ব্ৰিটিছৰ দিনত, আমাক আমাৰ কৃষ্টি এই লোকসকলৰ মাজত সুমুৱাবলৈ দিয়া হোৱা নাছিল। এতিয়া ব্ৰিটিছ যোৱাৰ পাছতো ড° আম্বেদকাৰৰ নতুন সংবিধানতো আমি একেটা অৱস্থাকেই দেখিবলৈ পাইছো।''

আনকি ড° আম্বেদকাৰ, যি অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ স্বাৰ্থৰ হকে কাম কৰা অগ্ৰণী নেতা আছিল, তেৰোঁ আক্ৰমণৰ লক্ষ্য হৈ পৰিছিল। ৰেভাৰেণ্ড নিকলছ ৰয় আৰু ড° বি. আৰ. আম্বেদকাৰ দুয়ো নিজৰ খোপনি ধৰি থাকিল আৰু অকণো পিছুৱাই নগ'ল। সংবিধান সভাত ৰেভাৰেণ্ড নিকলছ ৰয়ে বুজি পালে যে এই যুঁজ এতিয়াই নকৰিলে আৰু কেতিয়াও কৰিব পৰা নাযাব।

আনহাতে আন কেইজনমান নেতাই স্বায়ত্তশাসিত জিলা পৰিষদৰ সাংবিধানিক ব্যৱস্থাৰদ্বাৰা জনজাতিসকল আৰু অ-জনজাতিসকলৰ মাজত সংহতি স্থাপনৰ নীতিক সমৰ্থন জনালে। ড° বি. আৰ. আম্বেদকাৰৰ উপৰিও যিসকল প্ৰধানতঃ স্বায়ত্তশাসনৰ সমৰ্থক আছিল, তেওঁলোকৰ ভিতৰত আছিল প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈ আৰু জয়পাল সিং। জনজাতীয় লোকসকলৰ অৱস্থা, তেওঁলোকৰ জীৱন-যাত্ৰাৰ প্ৰণালী, মানসিকতা আৰু স্বকীয় সত্তা বজায় ৰখাৰ কাৰণে তেওঁলোকৰ আকাংক্ষা আৰু নিজৰ কৃষ্টি আৰু ঐতিহ্যৰ লগত খাপখুৱাই উন্নতিৰ পথত আগবঢ়াৰ অভিলাষ, এইবোৰৰ সম্বন্ধে বৰদলৈৰ বিস্তৃত আৰু গভীৰ জ্ঞান আছিল। জনজাতীয় লোকসকলৰ ৰাজনৈতিক কৃষ্টি, বিশেষকৈ তেওঁলোকৰ গণতান্ত্ৰিক চৰিত্ৰৰ ভূয়সী প্ৰশংসা কৰি বৰদলৈয়ে কৈছিল, '' ই যিকোনো নিৰপেক্ষ শিকাৰুৰ শ্ৰদ্ধাৰ উদ্ৰেক কৰিব।'' বৰদলৈয়ে সংবিধান সভাত কৈছিল, ''জনজাতিৰ লোকসকলে যি ধৰণেৰে তেওঁলোকৰ মাজৰ কাজিয়া-পেঁচালৰ মীমাংসা কৰে, সেইটো অদ্বিতীয়। জনজাতীয় লোকসকলৰ প্ৰশাসনিক গাঁথনি গঢ়ি তোলাৰ ক্ষেত্ৰত তেওঁলোকৰ স্বতঃস্ফুৰ্ত সহযোগিতাৰ মাজেৰেহে বৰদলৈ এই কাম কৰাৰ পক্ষপাতী আছিল আৰু অসম ৰাইফলছ বা মিলিটেৰীৰ সহায়ত

বল প্ৰয়োগেৰে তেওঁ এই কাম কৰাৰ বিৰোধিতা কৰিছিল। ব্ৰিটিছৰ শাসনৰ সময়ত ‘‘একাষৰীয়া কৰা আৰু বিচ্ছিন্ন কৰাৰ তিক্ত অভিজ্ঞতা থকা’’ সেই ঠাইবোৰৰ মানুহৰ সংবেদনশীল চৰিত্ৰৰ কথা বৰদলৈয়ে স্বীকাৰ কৰিছিল। তেওঁ সংবিধান সভাৰ সভ্যসকলক অনুৰোধ জনালে, তেওঁলোকে যেন এইটো উপলব্ধি কৰে যে জিলা পৰিষদৰ স্বায়ত্তশাসন ব্যৱস্থাৰদ্বাৰা তেওঁলোকৰ সমাজত আগৰেপৰা চলি অহা গণতান্ত্ৰিক আৰু পৰম্পৰাগত প্ৰতিষ্ঠানবোৰক সাংবিধানিক স্বীকৃতি দি শক্তিশালীহে কৰিব খোজা হৈছে। গতিকে ‘‘মোৰ কেইজনমান বন্ধুৱে আঙুলিয়াই দেখুৱাৰ দৰে আমি বৰ বেছি একো দিব খোজা নাই।’’ শেষত বক্তব্যৰ সামৰণিত তেখেতে কৈছিল, ‘‘সমগ্ৰ ভাৰতৰ কাৰণে যি ধৰণৰ সংবিধান আমি গঢ়িব খুজিছো, তাৰ লগত মিল নথকা কোনো কথাই এই স্বায়ত্তশাসনৰ প্ৰস্তাৱৰ ভিতৰত নাই আৰু মিল নথকা কোনো কথা যদি আগতে আছিলেও, সেইবোৰ এতিয়া দূৰ কৰা হৈছে।’’

সংবিধান সভাত যিসকল সভ্যই স্বায়ত্তশাসিত জিলা পৰিষদ আঁচনিৰ বিৰুদ্ধে কৈছিল, তেওঁলোকৰ বক্তৃতাৰ সুৰ আৰু বিষয়বস্তুৰ উপযুক্ত প্ৰত্যুত্তৰ দিলে জয়পাল সিঙে। তেওঁ সংবিধান সভাক এই কথা জনালে যে যেতিয়া জনজাতি সমিতিৰ (ট্ৰাইবেল কমিটি) সভা বহিছিল, তেতিয়া চৰ্দাৰ বল্লভ ভাই পেটেলে বুজাই দিছিল, সেই সমিতিয়ে যথেষ্ট বাধা-বিঘিনি আৰু আলোচনা-বিলোচনাৰ অন্তত আগবঢ়োৱা অনুমোদনাৱলী তেওঁ কিয় মানি লৈছিল। তেওঁ কৈছিল, প্ৰকৃততে অসমৰ জনজাতীয় লোকসকলক এই অনুমোদনাৱলী গ্ৰহণ কৰিবলৈ বুজাই-বঢ়াইহে মান্তি কৰোৱা হৈছিল।

জয়পাল সিঙৰ মতে, ভাৰতৰ ফালৰপৰাও এইবুলি এটা স্পষ্ট আশ্বাস দিয়া হৈছিল যে এই বুজাবুজিৰ প্ৰতি যথাযথ সন্মান প্ৰদৰ্শন কৰা হ'ব। তেওঁ এইবুলি সতৰ্ক কৰি দিছিল যে জনজাতীয় লোকসকলৰ সমৰ্থন নথকা কোনো কথা তেওঁলোকক গ্ৰহণ কৰিবলৈ জোৰ কৰিব নালাগে, বা ওপৰৰপৰা জাপি দিব নালাগে, কাৰণ, তেনেকুৱা কৰিলে এনে এটা অৱস্থাৰ সৃষ্টি হ'ব, যাৰ ফলত সামাজিক আৰু ৰাজনৈতিক বিস্ফোৰণ হোৱাৰ সম্ভাৱনা থাকিব। তেওঁ স্পষ্টকৈ মন্তব্য কৰিলে, ‘‘তেনেকুৱা পৰিস্থিতিৰ বাধা দিবলৈ চেষ্টা নকৰি আপোনালোকে ভাৰতৰ পুনৰায় ক্ষতি কৰিব খুজিছে।’’ জয়পাল সিঙে সংবিধান সভাক সোঁৱৰাই দিলে যে জনজাতীয় লোকসকলে কোনো প্ৰতিজ্ঞা কৰিলে, তেওঁলোকে যিকোনো মূল্যৰ বিনিময়ত তাক পালন কৰে। তেওঁ সংশ্লিষ্ট আটাইকে সস্তীয়া জনপ্ৰিয়তাৰ পৰিৱৰ্তে প্ৰকৃত ৰাষ্ট্ৰনেতাৰ দৰে আচৰণ কৰিবলৈ অনুৰোধ কৰিলে। অসমৰ জনজাতিসকলৰ ইচ্ছাক সন্দেহৰ চকুৰে চালে তাৰদ্বাৰা কাৰোৱেই মঙ্গল নহয়। ‘‘মোৰ বন্ধুসকলে বিশ্বাস কৰেনে যে এজন নগা মানুহে কথা দিলে কথা নাৰাখে? তেওঁলোকে ইয়াকে বুজাব খুজিছে নেকি যে লুচাই পাহাৰৰ লোকসকলে আমাক ঠগিব খুজিছে? নেতাসকল আৰু সমুদায় অঞ্চল ভ্ৰমণ কৰা জনজাতীয় উপ-সমিতিৰ মাজত এটা স্পষ্ট বুজাবুজি হৈছে। তেন্তে এই সন্দেহ কিহৰ কাৰণে?’’, তেওঁ সুধিলে। তেওঁ সমন্বয়ৰ সেতু বন্ধাৰ সপক্ষে সজোৰে বক্তব্য ৰাখিছিল আৰু নৃগোষ্ঠীয় তথা ৰাষ্ট্ৰীয় সচেতনতাৰে জনগণৰ সেৱাত নিজকে উছৰ্গা কৰা

ৰেভাৰেণ্ড ৰয়ৰ দৰে লোকৰ নেতৃত্বক সন্দেহৰ চকুৰে নাচাবলৈ আটাইৰে প্ৰতি আবেদন জনালে। জনজাতীয় লোকসকল ভাৰতৰপৰা ওলাই যাব বুলি কেইজনমান বক্তাই দাঙি ধৰা যুক্তিক তেওঁ কঠোৰভাৱে সমালোচনা কৰিছিল। তেওঁ জনজাতীয় লোকসকলৰ প্ৰতি উদাৰ দৃষ্টিভংগী গ্ৰহণ কৰিবলৈ আৰু তেওঁলোকক ভাৰতৰ শত্ৰু বুলি নাভাবিবলৈ সংবিধান সভাৰ সদস্যসকলৰ প্ৰতি আবেদন জনালে। ইতিপূৰ্বে দাঙি ধৰা মতামতসমূহৰ প্ৰতি তীব্ৰ বিৰোধিতা প্ৰকাশ কৰি তেওঁ কৈ গ'ল ঃ

> ‘ইয়াত উপস্থিত থকা কিছুমান মানুহৰ মনৰ ভিতৰত এই ধাৰণাটো সোমাই আছে। তেওঁলোকে এইবুলি ভবা যেন লাগে যে জনজাতিসকল ভাৰতৰপৰা ওলাই যাব আৰু ব্ৰহ্মদেশ বা কমিউনিষ্টসকলৰ লগত যোগ দিব বা তেনেকুৱা কিবা এটা কৰিব.....। যদিহে ষষ্ঠ অনুসূচী ইয়াৰ সকলো ত্ৰুটিৰে সৈতে এনেদৰে কামত খটুৱা হয়, যিদৰে প্ৰকৃততে ইয়াক কাৰ্যকৰী কৰা উচিত আৰু যদিহে এক এৰাধৰাৰ মনোভাৱেৰে আৰু অসমৰ পাৰ্বত্য অঞ্চলৰ লোকসকল—যিখিনি মানুহক আমি আমাৰ সহবাসী হিচাপে আঁকোৱালি ল'ব খুজিছো আৰু যাৰ বাবে আমি যিকোনো ত্যাগ স্বীকাৰ কৰিবলৈ সাজু আছো, তেওঁলোকৰ প্ৰতি প্ৰকৃত সেৱাৰ মনোভাৱেৰে যদি এই অনুসূচী কাৰ্যকৰী কৰিব পৰা যায়, তেন্তে মই অসমৰ ভৱিষ্যত সম্বন্ধে যথেষ্ট আশাবাদী।’’

অসমৰ জনজাতীয় লোকসকলক সন্মানেৰে ব্যৱহাৰ কৰি তেওঁলোকৰ সমস্যা বুজি লৈ আৰু সকলোতকৈ ওপৰত, তেওঁলোকক আমাৰ স্বদেশবাসী আৰু নতুন আৰু সমৃদ্ধ ভাৰত গঢ়ি তোলাৰ পথত সহকৰ্মী বুলি মানি ল'বলৈ জয়পাল সিঙে সংবিধানৰ এজন প্ৰণেতাস্বৰূপে যি আহ্বান দিলে, তাৰদ্বাৰা তেওঁ দেশৰ এক বিৰাট মহানুভৱতাৰেই পৰিচয় দিলে। ভাৰতীয় সংবিধানৰ স্থপতি ড° বি. আৰ. আম্বেদকাৰে সংবিধানৰ ষষ্ঠ অনুসূচী সন্নিবিষ্ট কৰাত গ্ৰহণ কৰা গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা সকলোৰে ভালকৈ জানে। এই বিষয়ত ১৯৪৯ চনৰ ৫ ছেপ্টেম্বৰৰ দিনা সংবিধান সভাত হোৱা বিতৰ্ক — বিশেষকৈ ব্ৰজেশ্বৰ প্ৰসাদে প্ৰকাশ কৰা মতামতৰ ক্ষেত্ৰত ড° আম্বেদকাৰৰ প্ৰতিক্ৰিয়া বিশেষভাৱে স্মৰণযোগ্য। এই সভ্যজনে ষষ্ঠ অনুসূচীত ৪৯টা সংশোধনী প্ৰস্তাৱ আনিছিল। এই সংশোধনীসমূহ গৃহীত হোৱা হ'লে অসমৰ জনজাতীয় অঞ্চলবোৰ কেন্দ্ৰীয় চৰকাৰৰ শাসনৰ অধীনস্থ হ'লহেঁতেন। তেওঁৰ বক্তব্য আছিল যে অসম এখন সীমান্তৱৰ্তী প্ৰদেশ, ইয়াৰ সীমা চীন, তিব্বত, ব্ৰহ্মদেশ আৰু পাকিস্থানৰ সীমাৰ সৈতে সংলগ্ন। এখন সংবেদনশীল ৰাজ্যৰ কাৰণে এইবোৰ ঠাই অসমৰ অধীনস্থ হৈ থকাটো দেশৰ মঙ্গলৰ হকে উচিত নহ'ব। অসমত আহোম আৰু আন অসমীয়াসকলৰ মাজৰ বিৰোধ, বঙালী আৰু মুছলমানসকলৰ লগত মঙ্গোলীয় জাতিবোৰৰ বিৰোধ, তাৰ লগতে অসমীয়া আৰু বঙালীৰ মাজৰ বিৰোধ তথা জনজাতি আৰু অ-জনজাতিৰ মাজৰ বিৰোধৰ কথা আঙুলিয়াই তেওঁ ক'লে যে ৰাজনৈতিক, কূটনৈতিক বা সামৰিক দৃষ্টিকোণৰপৰা ইমান ডাঙৰ এটা অঞ্চল এখন প্ৰদেশৰ হাতত এৰি দিয়াটো উচিত বা নিৰাপদ নহ'ব।

ব্ৰজেশ্বৰ দাসৰ নিচিনা সভ্যসকলৰ আশঙ্কা দূৰ কৰিলে ড° আম্বেদকাৰে। তেওঁ

ক'লে যে সংবিধানৰ খচৰা প্ৰস্তুতি কমিটি, অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈ আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয়ৰ মাজত হোৱা গভীৰ আলোচনাৰ পাছত লাভ কৰা বহল ভিত্তিৰ বুজাবুজিৰ পাছতহে ষষ্ঠ অনুসূচী প্ৰস্তুত কৰা হৈছে। তেওঁ স্পষ্ট কৰি দিলে যে গভৰ্ণৰ শব্দটোৰ এইটো অৰ্থ নহয় যে তেওঁ নিজ ইচ্ছানুসাৰে কাম কৰিব। প্ৰদেশৰ মন্ত্ৰীসভাৰ পৰামৰ্শ অনুসাৰেহে তেওঁ কাম কৰিব। ড° আম্বেদকাৰে এই কথাও স্পষ্টকৈ জনাই দিলে যে স্বায়ত্তশাসিত জিলাবোৰ স্বাধীন জিলা নহ'ব; কিন্তু সেইবোৰে অসমৰ অংশস্বৰূপে থাকিলেও, ষষ্ঠ অনুসূচীৰ ব্যৱস্থা অনুসাৰে যথেষ্ট স্বাধীনতাৰে নিজৰ প্ৰশাসন চলাব পাৰিব। ষষ্ঠ অনুসূচীৰ অধীনস্থ অঞ্চল আৰু পোনপটীয়াকৈ কেন্দ্ৰীয় শাসনৰ অধীনস্থ ''স্বায়ত্তশাসিত অঞ্চলৰ'' মাজত থকা পাৰ্থক্য তেওঁ স্পষ্টকৈ দাঙি ধৰিলে। ড° আম্বেদকাৰে দৃঢ়তাৰে এই মত পোষণ কৰিলে যে অসমৰ জনজাতিসকলক ন্যায়সঙ্গত অধিকাৰ প্ৰদান কৰা উচিত আৰু তেওঁলোকক তেওঁলোকৰ পৰম্পৰা অনুযায়ী নিজৰ কাম-কাজ চলাবলৈ দিয়া উচিত।

## ৪

# জিলা পৰিষদৰ স্বায়ত্তশাসনৰ স্থপতি

*"অতীত আমাৰ নিজৰ, কিন্তু আমি অতীতৰ নহওঁ; আমি বৰ্তমানৰ। আমি ভৱিষ্যতৰ সৃষ্টিকৰ্তা, কিন্তু ভৱিষ্যত আমাৰ নহয়।"*

*— মহাত্মা গান্ধী*

অসমৰ জনজাতিসকলৰ ভৱিষ্যত সম্বন্ধে ১৯৪৬ চনৰ ৬ ছেপ্টেম্বৰৰ সংবিধান সভাত যি তৰ্ক হৈছিল, সি নিশ্চয়েই স্মৰণীয় আছিল; ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে উৎসাহ, জ্ঞান আৰু উপযুক্ত যুক্তি দৰ্শাই তেওঁৰ বক্তব্য আৰম্ভ কৰাৰ লগে লগে সেইদিনা দেখা দিয়া সমূহ মতানৈক্য তল পৰিল। প্ৰেৰণা আৰু আত্মবিশ্বাসৰ বাবেই তেওঁ জানিছিল যে তেওঁ যথাৰ্থ পথত থকা কাৰণেই সভাৰপৰা তেওঁ সমৰ্থন পাব।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এই ধাৰণাটোক বিদ্ৰূপ কৰিলে যে জনজাতিসকলক স্বায়ত্তশাসনৰ অধিকাৰ দিলে তাৰ অপব্যৱহাৰ হ'ব আৰু তেওঁ এই ধাৰণাৰ বিৰুদ্ধে সবল যুক্তি দাঙি ধৰি ক'লে ঃ

> "যদি কোৱা হয় যে জনজাতীয় অঞ্চলসমূহত ষষ্ঠ অনুসূচী অনুসৰি শাসনকাৰ্য আৰম্ভ কৰিলে তেওঁলোকে দেশবিৰোধী হৈ অকস্মাৎ অসম আক্ৰমণ কৰিব অথবা তিব্বতৰ লগত যোগ দিব— তেন্তে সি বৰ আশ্চৰ্যজনক কথা হ'ব। এই ধাৰণাৰ মূলতেই আছে তথ্য সম্বন্ধে ভ্ৰান্তিমূলক জ্ঞান আৰু পৰ্বতীয়া অধিবাসী আৰু ভৈয়ামৰ লোকসকলক একগোট কৰাৰ সমস্যাটো সমাধানৰ পথত ভুল মানসিকতাৰে আগবঢ়া। এই অনুসূচীয়ে এই পাৰ্বত্য অঞ্চলবোৰক কিছু পৰিমাণে স্বায়ত্তশাসনৰ অধিকাৰ দিছে, কিন্তু জিলা পৰিষদে যিবোৰ আইন আৰু নীতি তৈয়াৰ কৰিব, সেইবোৰ অসম চৰকাৰৰদ্বাৰা অনুমোদিত আৰু নিৰ্ণীত হ'ব। একত্ৰিকৰণৰ ইয়াতকৈ ভাল পন্থা আৰু আন কি হ'ব পাৰে? অসমৰ জনজাতি অধ্যুষিত অঞ্চলৰ কাৰণে থকা উপ-সমিতিয়ে প্ৰস্তাৱ দিছে যে ষষ্ঠ অনুসূচীত উল্লেখ কৰা জিলাবিলাকত সেই অঞ্চলৰ কৃষ্টি আৰু প্ৰতিভাৰে সৈতে খাপ খোৱা ধৰণৰ স্বায়ত্তশাসন প্ৰণালী থকা আৱশ্যক......। ষষ্ঠ অনুসূচীত যি ব্যৱস্থা কৰা

> হৈছে, তাৰদ্বাৰা এই লোকসকলক কিছু পৰিমাণে সন্তুষ্ট কৰা হ'ব আৰু তাৰ লগে লগে তেওঁলোকে সেই প্ৰদেশৰ অন্যান্য মানুহৰ সৈতেও মিলিজুলি থাকিব পাৰিব''।

যিসকলে ভাবিছিল যে ষষ্ঠ অনুসূচীৰ জন্ম হৈছে ব্ৰিটিছ আৰু আমেৰিকান মিছনৰ মস্তিষ্কৰপৰা, ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁলোকক খোলাখুলিকৈ কৈছিল, তেওঁলোকে যেন জনজাতীয় লোকসকলৰ ঐশ্বৰ্যপূৰ্ণ কৃষ্টি আৰু প্ৰতিভাক হেয়জ্ঞান নকৰে। জনজাতীয় নেতাসকল বাহিৰৰ ধৰাণাসমূহৰদ্বাৰা প্ৰভাৱান্বিত হ'ব নোৱাৰে বুলি কৈ তেওঁ কৈছিল ঃ

> "মই নিজে পাৰ্বত্য অঞ্চলৰ অধিবাসী আৰু সেয়েহে মই জানো, যে মই কি অনুভৱ কৰোঁ। এজন খ্ৰীষ্টানৰূপে মই সকলো ঠাইতে বিশ্ব-ভ্ৰাতৃত্ব হোৱাটো বিচাৰোঁ। মই সমগ্ৰ ভাৰততে এইটো হোৱা বিচাৰোঁ আৰু জনজাতীয় সমাজৰ মাজতো মই ইয়াক কামনা কৰো। গতিকে, পাৰ্বত্য জনজাতীয় সমাজৰ জ্ঞান আৰু অনুভৱৰেৰে সৈতে মই এই সভাত মোৰ বক্তব্য দাঙি ধৰিছোঁ। মোৰ বক্তব্যৰ সময়ত লগতে মই বিশ্বজনীনতা আৰু মানৱ ভ্ৰাতৃত্বৰ কথাও মনত ৰাখিছোঁ। সকলো মানুহকে একে সমান স্তৰলৈ তুলি অনাৰ উচ্চ আদৰ্শৰ কথা মনত ৰাখিয়েই মই মোৰ বক্তব্য আগবঢ়াইছো।
>
> ''.......কিন্তু সংস্কৃতি কি? ইয়াৰদ্বাৰা পিন্ধা-উৰা বা খোৱা-বোৱাৰ কথাকে বুজা যায় নেকি? যদি ইয়াৰদ্বাৰা খোৱা-পিন্ধা বা জীৱন-যাত্ৰাৰ প্ৰণালীকে বুজা যায়, তেন্তে পাৰ্বত্য জনজাতিৰ মানুহে ভৈয়ামৰ কিছুমান মানুহতকৈ তেওঁলোকৰ অৱস্থা ভাল বুলি দাবী কৰিব পাৰে। মই ভাবোঁ, ভৈয়ামৰ এইখিনি মানুহ এই স্তৰলৈ অহা উচিত। জনজাতীয়সকলৰ মাজত শ্ৰেণীবিভাগ বা বংশগোত্ৰৰ পাৰ্থক্য নাই। আনকি ৰজা বা প্ৰধানসকলেও একেলগে কাম কৰে। ভৈয়ামৰ মানুহে এনেকুৱা কৰেনে? সমগ্ৰ ভাৰততে এই পৰ্যায়ৰ সমতাৰ ভাব গঢ়ি তুলিব পৰা হোৱা নাই। এই ব্যৱস্থা আপোনালোকে নাইকিয়া কৰি দিব খোজে নেকি? আপোনালোকে তেওঁলোকক দমন কৰিব খোজে নেকি? আৰু যি সমাজব্যৱস্থাত এজন মানুহক উচ্চ আৰু আনজনক নীচ বুলি ধৰা হয়, তেনে সমাজৰ সংস্কৃতিৰদ্বাৰা আপোনালোকে জনজাতীয় সংস্কৃতিক গিলি পেলাব খোজে নেকি?''

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে জনজাতীয় লোকসকলৰ সংস্কৃতিৰ বিষয়ে বহলাই কৈছিল ঃ

> "হিন্দুসকলে গো-মাংস নাখায়, কিন্তু জনজাতীয়সকলে খায়। মুছলমানসকলে গাহৰিৰ মঙহ নাখায়, কিন্তু জনজাতীয়সকলে খায়। গতিকে এই জনজাতি হিন্দুও হ'ব নোৱাৰে, মুছলমানো হ'ব নোৱাৰে। চৰকাৰেও লিখিত বিৱৰণত কয় যে পাৰ্বত্য অধিবাসীসকলৰ নিজৰ কৃষ্টি আছে, যিটো ভৈয়ামৰ কৃষ্টিতকৈ সম্পূৰ্ণ বেলেগ। জনজাতীয়সকলৰ গাঁৱৰ সমাজব্যৱস্থা, বংশগোত্ৰ, দৃষ্টিভঙ্গী সাধাৰণতে বেছি গণতান্ত্ৰিক। জাতিভেদ প্ৰথা, পৰ্দা প্ৰথা আৰু বাল্যবিবাহ প্ৰথাৰ এই সমাজত স্থান নাই।

"এইয়াই হ'ল পাৰ্বত্য জনজাতিসকলৰ কৃষ্টি। জনজাতিসকলৰ মাজত প্ৰচলিত সমতাৰ ধাৰণা আৰু প্ৰকৃত গণতন্ত্ৰ সমগ্ৰ ভাৰতবৰ্ষই অনুকৰণ কৰা উচিত। তেওঁলোকে এক ছেকেণ্ডৰ কাৰণেও ভবা অনুচিত যে এইসকল মানুহে তেওঁলোকৰ গণতন্ত্ৰ আৰু সমতাৰ ধাৰণা বিসৰ্জন দিয়ক আৰু তেওঁলোকৰ জীৱন-যাত্ৰাৰ লগত খাপ নোখোৱা ধৰণৰ বা তেওঁলোকৰ নিজৰ সমাজৰ বাবে অনুপযুক্ত আন এটা কৃষ্টিয়ে তেওঁলোকক গ্ৰাস কৰক।"

অসমৰ জনজাতিসকলৰ ওপৰত কোনো বস্তু জাপি দিব খোজা বা বল প্ৰয়োগ কৰাৰ অসাৰতাৰ প্ৰতি ৰেভাৰেণ্ড ৰয়ে আটাইৰে দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁ এই বিষয়ে সচেতন আছিল যে জনজাতীয় অঞ্চলবোৰ সীমান্তৱৰ্তী হোৱা বাবে সিবিলাক সংবেদনশীল অঞ্চল আছিল; আৰু এই কাৰণতেই তাৰ অধিবাসীসকলক সন্তুষ্ট কৰি ৰাখিব লাগিব। এই কথা হৃদয়ঙ্গম কৰিবলৈ তেওঁ গোহাৰি জনাইছিল এনেদৰে ঃ

"মানৱ-প্ৰকৃতি এনেকুৱা যে কোনোবাই যদি কোনো মানুহক কিবা এটা কৰিবলৈ বাধ্য কৰিব খোজে, তেতিয়াই তেওঁলোকে আন কাৰোবাৰ শৰণাপন্ন হয়। যদি ভাৰতৰ মঙ্গলৰ কাৰণে আপোনালোকে তেওঁলোকৰ হৃদয় জয় কৰিব বিচাৰে, তেতিয়াহ'লে আপোনালোকে এক মিত্ৰতাৰ ভাৱনা জাগ্ৰত কৰিব লাগিব; লগতে এনে এক একতাৰ ভাবো আনিব লাগিব, যাতে তেওঁলোকে অনুভৱ কৰে যে তেওঁলোকৰ কৃষ্টি আৰু জীৱন যাত্ৰাৰ প্ৰণালী লুপ্ত কৰা হোৱা নাই আৰু জোৰ কৰি আন এটা কৃষ্টি তেওঁলোকৰ ওপৰত জাপি দিব খোজা হোৱা নাই......। কিন্তু যদি এই সভাৰ দুই-এজন সন্মানিত সদস্যই অৱতাৰণা কৰা ধাৰণা আপোনালোকে অনুসৰণ কৰে, তেন্তে ই একাত্মবোধ গঢ়ি নোতোলে, বৰং ই ভাৰতৰপৰা পাৰ্বত্য জনজাতিসকলক বিচ্ছিন্ন কৰি পেলোৱাতহে উদগনি যোগাব আৰু সেইটো ভাৰতৰ পক্ষে নিশ্চয়েই বৰ দুৰ্ভাগ্যজনক হ'ব।"

একাত্মকৰণৰ যি প্ৰচেষ্টা হিতে বিপৰীতহে হোৱাৰ সম্ভাৱনা আছিল, তাৰ বিৰুদ্ধে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে আবেগেৰে সৈতে বক্তব্য দাঙি ধৰিছিল। জনজাতিসকলৰ নৃগোষ্ঠীয় পৰিচয়ক স্বীকৃতি দি ভাৰতীয় গাঁথনিৰ ভিতৰতে ইয়াৰ বিকাশৰ প্ৰয়োজনীয়তাৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিছিল। "শক্তি প্ৰয়োগৰদ্বাৰা নহয়, বৰং এক উন্নত কৃষ্টি আৰু এক ওখ খাপৰ চিন্তাধাৰাৰদ্বাৰা পৰিচালিত একাত্মকৰণৰ প্ৰচেষ্টাৰদ্বাৰাহে প্ৰগতি সম্ভৱ। মানুহে প্ৰগতিক তেতিয়াহে গ্ৰহণ কৰিব, যেতিয়া আপোনালোকে, তেওঁলোকৰ যি বস্তু আছে, তাতকৈ বেছি ভাল কিবা এটা তেওঁলোকক দিব পাৰে।" দুই-এজন সন্মানিত সভ্যই যি ধৰণৰ প্ৰস্তাৱ আনিছিল, সি ওপৰত বৰ্ণোৱা ধৰণতকৈ সম্পূৰ্ণ বেলেগ। তেওঁ এই কথা গৰ্বেৰে কৈছিল যে পৰ্বতৰ অধিবাসীসকলৰ বাবে তেওঁলোকৰ নিজৰ গাঁৱৰ পৰিষদ, যাক পঞ্চায়ত বুলি ক'ব পাৰি, চৰকাৰী কৰ্ট-কাছাৰীতকৈ অনেকগুণে শ্ৰেয়। তাৰ উপৰিও অসমৰ উচ্চ ন্যায়ালয়লৈ যোৱাটো তেওঁলোকৰ বাবে বেছি ব্যয়বহুল আছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে অনুভৱ কৰিছিল যে স্বায়ত্তশাসিত গাঁও পঞ্চায়তে বা জিলাবিলাকে পৰ্বত-নিবাসীসকলক তেওঁলোকৰ

নিজ নীতি-নিয়ম অনুসাৰে শাসন কাৰ্য চলাবলৈ সক্ষম কৰিলেহেঁতেন আৰু তেওঁলোকৰ নিজৰ প্ৰণালী অনুসাৰেই প্ৰগতিৰ পথত আগবঢ়াৰ সুবিধা দিলেহেঁতেন।

এই পটভূমিতেই তেওঁ প্ৰশ্ন তুলিছিল ঃ

"যি বস্তুটোক মানুহে নিজে ভাল বুলি ভাবে আৰু যিটোৱে পৃথিৱীৰ আন কাৰো অন্যায় নকৰে বা কাকো দুখ নিদিয়ে, সেইটো পোৱাৰ কাৰণে আপোনালোকে কিয় তেওঁলোকক বাধা দিব? ই ভাৰতৰ কোনো ক্ষতি নকৰে। তেওঁলোকে নিজৰ পন্থা অনুসাৰেই নিজৰ উন্নতিসাধন কৰক, এইটো আপোনালোকে কিয় নিবিচাৰে? গান্ধীবাদৰ নীতি হ'ল সমগ্ৰ ভাৰততে গাঁও পঞ্চায়তক উৎসাহ দিয়া। গতিকে পাৰ্বত্য অধিবাসীসকলে জিলা পৰিষদ স্থাপন কৰিবলৈ জনোৱা আপত্তিৰ থল ক'ত? ইমানখিনি স্বায়ত্তশাসনৰ অধিকাৰ পালেই তেওঁলোকে অনুভৱ কৰিব যে সমগ্ৰ ভাৰতেই তেওঁলোকৰ প্ৰতি সহানুভূতিশীল আৰু ভাৰতে তেওঁলোকৰ ওপৰত এনেকুৱা কোনো ব্যৱস্থা জোৰকৈ জাপি নিদিয়ে, যিটোৱে তেওঁলোকৰ অনুভৱ আৰু কৃষ্টিক আঘাত কৰিব।"

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে ক'লে যে জনজাতি অঞ্চলত স্ত্ৰী-পুৰুষৰ মাজত ভেদাভেদ নাই, তিৰোতা মানুহেও কাম কৰে, বজাৰলৈ যায় আৰু সকলো ধৰণৰ কিনা-বেচা কৰে আৰু তিৰোতাসকল মুক্ত। "অসমৰ ভৈয়ামত কিছুমান এনেকুৱা মানুহ আছে যি আনকি মাটি খান্দিবলৈ লাজ পায়; কিন্তু পৰ্বতীয়া মানুহে তেনে নকৰে।" —এইবুলি তেওঁ দৃঢ় মন্তব্য প্ৰকাশ কৰিলে। ৰোহিণী কুমাৰ চৌধুৰীয়ে এই বক্তব্যৰ প্ৰতি আপত্তি জনালে আৰু ভৈয়ামৰ মানুহক নিন্দা কৰা বুলি ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ক দোষাৰোপ কৰিলে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এই অভিযোগৰ উত্তৰত ক'লে, "মই কাৰো নিন্দা কৰা নাই। মই আচল কথা কৈছো। সমগ্ৰ অসমে জানে যে অসমৰ কিছুমান মানুহে মাটি নাখান্দে।" কুলধৰ চলিহাই ক'লে যে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ মন্তব্য তুলি লওক, কিন্তু সংবিধান সভাৰ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদে বাধা দি ক'লে যে "সন্মানিত সভ্যই এনেকুৱা কোনো কথা কোৱা নাই, যিটো তুলি ল'ব লাগিব। তেওঁ যি কথা কৈছে সেইটো সম্পূৰ্ণ ন্যায়সঙ্গত।"

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে ফঁহিয়াই ক'লে যে অসমৰ জনজাতি অঞ্চলত যিসকল লোকে সমাজৰ উচ্চপদ আৰু মৰ্যাদা পাই আছে, তেওঁলোকে ৰজা আৰু মন্ত্ৰীপদত থাকিও আন সকলোৰে নিচিনাকৈ কাম কৰিছিল আৰু এই প্ৰথাটো দেশৰ অন্যান্য অংশত দেখা পোৱা নেযায়। তেওঁ আকৌ ক'লে, "আৰু ভাৰত এই স্তৰলৈ উঠিব লাগিব, য'ত তেওঁলোকে অনুভৱ কৰে যে শ্ৰমৰ মৰ্যাদা আছে। যি ক্ষেত্ৰত পৰ্বতৰ অধিবাসীসকলৰ মাজত এনেকুৱা এটা কৃষ্টি আছে, তেন্তে সমগ্ৰ ভাৰতৰে কল্যাণৰ খাতিৰত তাক কিয় আৰু বিকশিত হ'বলৈ দিয়া নহ'ব আৰু তাক কিয় আন সকলোৰে বাবে এটা ক্ষুদ্ৰ আদৰ্শ হ'বলৈ দিয়া নহব?"

সেই সময়ত, পৰ্বতীয়া অঞ্চলত এনেকুৱা কিছুমান নেতা আছিল, যিসকলে ভাবিছিল যে স্বায়ত্তশাসিত জিলাপৰিষদ আঁচনি ভাৰতৰ ওচৰত একপ্ৰকাৰ

আত্মসমৰ্পণৰ দৰে আৰু ইয়াৰ ফলত জনজাতিৰ লোকসকলে তেওঁলোকৰ স্বকীয়তা হেৰুৱাব। প্ৰকৃততে, তেওঁলোকে ঔপনিবেশিক শাসনৰপৰা ভাৰতীয় স্বাধীনতা লাভৰ পৰিৱৰ্তিত ৰাজনৈতিক বাস্তৱতাক উলাই কৰি পূৰ্ণ স্বাধীনতাৰ হকেহে ওকালতি কৰিছিল। আনকি তেওঁলোকে ব্ৰিটিছৰদ্বাৰা সংৰক্ষিত প্ৰদেশৰ কথাও কৈছিল। তেওঁলোকে বিচাৰিছিল যে ব্ৰিটিছ শাসনযন্ত্ৰই দীঘলকৈ হাত মেলি লণ্ডনৰপৰাই তেওঁলোকক ৰক্ষা কৰিব আৰু নিৰাপদে ৰাখিব। কিন্তু ৰেভাৰেণ্ড নিকল্‌ছ ৰয় ৰাজনৈতিক বাস্তৱতাৰ প্ৰতি সম্পূৰ্ণৰূপে সজাগ আছিল। সংবিধান সভাত, জিলা পৰিষদৰ ক্ষমতা আৰু কৰ্তৃত্ব সম্বন্ধে তেওঁ কোৱা কথাবোৰে ৰাজনৈতিক ঘটনাৱলীৰ বৰ্তমান আৰু ভৱিষ্যত বিৱৰ্তনৰ বিষয়ে তেওঁৰ সম্যক জ্ঞানৰেই প্ৰমাণ দিয়ে। তলত দিয়া তেওঁৰ স্পষ্ট বিবৃতিৰে তেওঁ নিজৰ বক্তব্যৰ সামৰণি মাৰিলে ঃ

> "একে সময়তে, মই মোৰ বক্তব্য শেষ কৰাৰ আগতে এই কথা ক'বই লাগিব যে সেই পৰ্বতীয়া মানুহবোৰে অনুভৱ কৰে যে আনকি ষষ্ঠ অনুসূচীৰদ্বাৰাও তেওঁলোকৰ ওপৰত যথেষ্ট কৰ্তৃত্ব ৰখা হ'ব, আৰু তেওঁলোকে যিমানখিনি পাবলৈ বিচাৰে, সেই অনুপাতে ক্ষমতা নাপায়। মই ভাবোঁ, আমাৰ মাজত বহুতেই সেই কথা উপলব্ধি কৰিছে। আনকি অসমৰ মাননীয় প্ৰধানমন্ত্ৰী শ্ৰীবৰদলৈয়েও এই কথাটো বুজি পাইছে। কিন্তু বৰ্তমান অৱস্থাৰ পটভূমিত আমি এটা মীমাংসাত উপনীত হ'বলৈ মান্তি হৈছো, যাতে সকলোবোৰ পক্ষৰ মাজলৈ শান্তি আনিব পাৰি। সেয়েহে, এইবুলি ভাবিব নালাগে যে পাৰ্বত্য অঞ্চলক বহুত বেছি ক্ষমতা দিয়া হৈছে। তেওঁলোকে বিচৰামতে, তেওঁলোকক যথেষ্ট পৰিমাণে একো দিয়া হোৱা নাই। কিন্তু একে সময়তে, তেওঁলোকক অসমৰ ৰাজ্যপালৰ নিয়ন্ত্ৰণাধীন কৰা হৈছে। আৰু এই পদ্ধতিৰদ্বাৰাই তেওঁলোক একত্ৰিত হৈ থাকিব।"

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কোৱাৰ পাছত ড° বি. আৰ. আম্বেদকাৰে, "ৰাজ্যৰ তলতীয়া অঞ্চলবিলাকক" সংযুক্ত খাছী, জয়ন্তীয়া পাৰ্বত্য জিলাৰপৰা ছিন্ন কৰাৰ প্ৰচেষ্টাত কি বিপদ আছে সেইটো বুজি পালে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ সুৰতে ড° আম্বেদকাৰেও কৈছিল ঃ

> "ধৰি লওক, এই অঞ্চলটো ( মিলিয়েম ৰাজ্য এলেকা ) 'সংযুক্ত খাছী-জয়ন্তীয়া পাৰ্বত্য জিলাৰপৰা' সম্পূৰ্ণ বিচ্ছিন্ন কৰি লোৱা হ'ল; তাৰ ফল এয়ে হ'ব যে এইসকল মানুহ মিলিয়েম ৰাজ্যৰ বাকী অংশত বাস কৰা তেওঁলোকৰ ভাই-বন্ধুসকলৰ সৈতে বিয়াৰ আইন, তেওঁলোকৰ অন্যান্য নিয়ম-নীতি ইত্যাদিৰ ক্ষেত্ৰত একে সূত্ৰত বন্ধা হ'লেও তেওঁলোক সংসদ বা অসম বিধানমণ্ডলে প্ৰণয়ন কৰা উত্তৰাধিকাৰ আইন, বিয়াসংক্ৰান্ত সাধাৰণ আইন আৰু অন্যান্য আইনৰ অধীন হৈ পৰিব।"

ড° আম্বেদকাৰে দৃঢ়তাৰে সৈতে ক'লে যে "দেশৰ একাংশ মানুহ, যিসকল ভালেমান বিষয়তে একে, তেওঁলোকৰ প্ৰতি এনেকুৱা ব্যৱহাৰ কৰাটো উচিত নহয়।" খাছী-

জয়ন্তীয়া লোকসকলৰ একত্ব বজায় ৰখা সম্বন্ধে তেওঁ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ লগত সম্পূৰ্ণভাৱে একে মত পোষণ কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে সংবিধান সভা-সমিতিবিলাকত আৰু অন্যান্য মঞ্চত তেওঁৰ এই ধাৰণাটো শ্ৰোতাসকলৰ হৃদয়ঙ্গম কৰাবলৈ অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ স্পষ্ট লক্ষ্য আছিল, কেৱল পৰ্বতীয়া লোকসকলৰ মাজত একতাৰ ভাব গঢ়ি তুলিহে আৰু তেওঁলোকৰ এলেকাসমূহক এক পৃথক গোট হিচাপে গঢ় দিহে ষষ্ঠ অনুসূচী সংবিধানত অন্তৰ্ভুক্ত কৰিব পৰা যাব।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ক সেয়েহে যথাৰ্থতে "স্বায়ত্তশাসিত জিলাপৰিষদৰ পিতৃ" সন্মানেৰে বিভূষিত কৰা হৈছিল। নগা নেতা এ. জেড. ফিজো অৱশ্যে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ সকলোবোৰ কথাত একমত নাছিল। ভাৰতীয় নেতাসকলৰ উদ্দেশ্য সম্বন্ধে তেওঁৰ গভীৰ সন্দেহ আৰু আশঙ্কা আছিল আৰু ফিজোৱে স্বাধীন নাগালেণ্ডৰ পক্ষে মাত মাতিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয় অহিংসা আৰু শান্তিপূৰ্ণ সংগ্ৰামৰ সমৰ্থক আছিল; আনহাতে ফিজোৰ মত হ'ল যে তেওঁলোকে আন ধৰণৰ উপায় হাতত লোৱাৰ বাহিৰে কোনো গত্যন্তৰ নাই, কাৰণ ভাৰতীয় নেতাসকলক কেৱল সেই ধৰণৰ ভাষাতহে বুজাব পৰা যাব। যেতিয়া তেওঁলোক দুয়োৰে মাজত মতৰ সমন্বয় সাধন নহ'ল, ফিজোৱে পৰিহাস কৰি ক'লে, "ভাল কথা, আমি এই ধৰণেৰে একমত হওঁ আহক! আমি দুয়ো দুখন বেলেগ বেলেগ নাৱত উঠোঁ । যদি আপোনাৰ নাওখন বুৰি যায়, মই আপোনাক উদ্ধাৰ কৰিবলৈ আহিম আৰু যদি মোৰ নাওখন বুৰে তেন্তে একে পৰ্বতীয়া ভ্ৰাতৃস্বৰূপে আপুনি মোক সহায় কৰিব। ময়ো একে কামেই কৰিম।"

বুৰঞ্জীয়ে প্ৰমাণ কৰিলে যে ৰেভাৰেণ্ড নিকল্‌ছ ৰয় সঠিক আছিল। তেওঁৰ নেতৃত্ব আৰু ভাৰতৰ ভৱিষ্যতৰ ওপৰত থকা তেওঁৰ বিশ্বাসৰ বাবেই পৰ্বতীয়া অধিবাসীসকলে পাকিস্তানৰ লগ নহৈ ভাৰতৰ লগতহে থাকি তেওঁলোকৰ ভাগ্য নিৰ্দ্ধাৰণ কৰিবলৈ ঠিক কৰিলে। তেওঁ অসাধাৰণ দূৰদৰ্শিতা আৰু জ্ঞানৰ নিদৰ্শন দাঙি ধৰিছিল। সেই একেদৰে, তেওঁৰ জীৱন আৰু চৰিত্ৰৰ লগত মিল ৰাখি, নানাধৰণৰ ৰাজনৈতিক প্ৰশ্নৰ সমাধানৰ ক্ষেত্ৰত তেওঁ পৰ্বতীয়া অধিবাসীসকলক গান্ধীবাদী অহিংসাৰ পন্থা গ্ৰহণ কৰিবলৈ বুজাই-বঢ়াই মান্তি কৰালে। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে নিজ কৰ্মত সফলতা অৰ্জন কৰিলে, আৰু এইদৰে পৰ্বতৰ অধিবাসীসকলৰ অন্তৰৰ গভীৰতম প্ৰদেশত সোমাই যোৱাকৈ তেওঁলোকৰ অধিকাৰ সাব্যস্ত কৰাৰ বাবে ভৱিষ্যতৰ যিকোনো সংগ্ৰামত গ্ৰহণ কৰিবলগীয়া পন্থাৰ সন্ধান দিলে। ১৯৫৯ চনত তেওঁৰ মৃত্যুৰ এবছৰৰ পাছত জনজাতীয় সংস্কৃতিৰ ৰক্ষণাবেক্ষণৰ বাবে আৰু এক পাৰ্বত্য ৰাজ্য প্ৰতিষ্ঠাৰ হকে সংগ্ৰাম চলাই যাবলৈ 'অল পাৰ্টী হিল লীডাৰ্ছ কনফাৰেন্স' গঢ়ি তোলা হয়। ষষ্ঠ অনুসূচীৰ অধীনত যি স্বায়ত্তশাসিত জিলাপৰিষদবোৰ পতা হৈছিল, সেইবোৰেই পৰ্বতীয়া লোকসকলৰ গণআন্দোলনৰ প্ৰকৃত ভেটিস্বৰূপ হৈ উঠিল আৰু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে যি গুটি ৰুইছিল সি বিৰাট গছ হৈ উঠিল। পাৰ্বত্য নেতাসকলৰো নেতা ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়ৰ ওচৰত সেয়েহে আজিৰ পুৰুষ অভাৱনীয়ভাৱে ঋণী।

# 9

# সংবিধান আৰু ষষ্ঠ অনুসূচী

*"এই জাতিয়ে ঈশ্বৰৰ অধীনত নতুন স্বাধীনতা পাব, সেই শাসনতন্ত্ৰ হ'ব জনগণৰ, জনগণৰদ্বাৰা চালিত আৰু জনগণৰ কাৰণে আৰু পৃথিৱীত এনেকুৱা শাসনতন্ত্ৰৰ কেতিয়াও মৃত্যু নহয়।"*

*— আব্ৰাহাম লিংকন*

ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীৰ ব্যৱস্থাসমূহ সঠিকভাৱে জানিবলৈ, পুৰণি দিনৰ অসমৰ জনজাতীয় অঞ্চলৰ বুৰঞ্জী চমুকৈ আলোচনা কৰা আৱশ্যক; অৰ্থাৎ যি সময়ত সমগ্ৰ উত্তৰ-পূব অঞ্চল অসমৰ ভিতৰত আছিল। ১৮৭৪ চনত অসমক এখন সুকীয়া প্ৰদেশৰূপে গঠন কৰা হয়। ১৯০৫ চনত বঙ্গদেশক বিভক্ত কৰা হয় আৰু পূৰ্ববঙ্গক অসমৰ লগত যুক্ত কৰি নতুন প্ৰদেশ 'পূৰ্ববঙ্গ আৰু অসম' গঠিত হয়। ১৯১২ চনত অৱশ্যে এই বিভাজন উঠাই লোৱা হয় যদিও অসমে বঙ্গদেশৰ লগত সংযুক্ত হৈ থাকিবলৈ মান্তি নহৈ এখন সুকীয়া প্ৰদেশ হৈ থাকিব খোজাত অসম এখন সুকীয়া প্ৰদেশ হ'বলৈ পালে। কিছুমান অঞ্চলৰ মানুহে অসমৰপৰা বিচ্ছিন্ন হৈ যাবলৈ শক্তিৰে কৰা আন্দোলন অসমে কিদৰে মোকাবিলা কৰিছিল, অসম বুৰঞ্জী তাৰ সাক্ষী হৈ ৰ'ব।

অসম বনাম ইয়াৰ জনজাতি অঞ্চলসমূহৰ প্ৰধান বিষয়টো আলোচনা কৰাৰ আগতে কেন্দ্ৰত থকা ভাৰত চৰকাৰ আৰু তাৰ প্ৰদেশবোৰৰ মাজত থকা সম্পৰ্ক সম্বন্ধে চুটিকৈ আলোচনা কৰাটো বোধহয় আৱশ্যক।

আনকি ১৯২১ চনলৈকে কেন্দ্ৰ আৰু প্ৰদেশৰ সম্পৰ্ক এনেকুৱা আছিল যে গভৰ্ণৰ জেনেৰেলৰ হাতত সৰ্বোচ্চ কৰ্তৃত্ব আছিল। প্ৰাদেশিক চৰকাৰবোৰে কেৱল তেওঁৰ প্ৰতিনিধিত্ব কৰিছিল। স্বায়ত্তশাসনৰ কণিকামাত্ৰও নাছিল, যিবোৰ বিষয় প্ৰাদেশিক চৰকাৰৰ হাতত দিয়া হৈছিল, সেইবোৰকে ধৰি আন সকলোবোৰ বিষয়ৰ আৰ্থিক দিশটো সম্পূৰ্ণৰূপে ভাৰত চৰকাৰৰ নিয়ন্ত্ৰণত আছিল। অৱশ্যে বিধায়িনী ক্ষেত্ৰত কেন্দ্ৰৰ ইমান কঠোৰ নিয়ন্ত্ৰণ নাছিল; তৎসত্ত্বেও ক্ষমতা কেন্দ্ৰৰ হাতৰপৰা প্ৰাদেশিক কৰ্তৃপক্ষক আকৌ দিবলগীয়া হোৱাত প্ৰাদেশিক শাসনৰ ক্ষেত্ৰতো দ্বৈত

শাসনব্যৱস্থা প্ৰচলিত হৈছিল। শাসনৰ কাৰণে বিষয়বোৰ দুই ভাগত বিভক্ত আছিল— প্ৰথমবোৰ আছিল কেন্দ্ৰৰদ্বাৰা নিয়ন্ত্ৰিত। নিৰ্বাচিত মন্ত্ৰীসকলৰ অধিকাৰ আছিল কেৱল মাত্ৰ হস্তান্তৰিত বিষয়বোৰৰ ওপৰতহে।

১৯৩৫ চনত ভাৰত শাসন আইন প্ৰণয়নৰ পাছত দ্বৈত শাসনব্যৱস্থা পৰিত্যক্ত হ'ল। ইয়াৰ উদ্দেশ্য আছিল প্ৰাদেশিক বিষয়বিলাকত স্বায়ত্তশাসনৰ অধিকাৰ আৰু দায়িত্ব প্ৰদেশৰ হাতত দিয়া। ব্ৰিটিছ ভাৰতৰ কেন্দ্ৰীয় চৰকাৰ আৰু ভাৰতৰ কৰদ ৰাজ্যবিলাকৰ শাসকসকলে ফেডাৰেচন বা যৌথ চৰকাৰ গঢ়ি তুলি কেন্দ্ৰৰ হাতত কিছুমান দায়িত্ব অৰ্পণ কৰিলে। অৱশ্যে, গভৰ্ণৰ জেনেৰেল আৰু গভৰ্ণৰসকলক কিছুমান বিশেষ ধৰণৰ দায়িত্ব আৰু কিছুমান সৰ্বোচ্চ ক্ষমতা দিয়া হ'ল, যিবোৰ ক্ষেত্ৰবিশেষে তেওঁলোকে নিজ ইচ্ছানুসাৰে তাৰ ব্যৱহাৰ কৰিব পাৰে। ১৯৪৭ চনলৈকে এনেকুৱা অৱস্থাই চলি থাকিল। যেতিয়া ১৯৪৭ চনত ভাৰতীয় স্বাধীনতা আইন প্ৰণয়ন কৰা হ'ল, ভাৰতক ভাৰত আৰু পাকিস্তান নামৰ দুখন ডমিনিয়নত বিভক্ত কৰা হ'ল। এই ডমিনিয়ন বেছিদিন চলি নাথাকিল, কাৰণ সংবিধান সভাই এখন সংবিধান সৃষ্টি কৰিলে যাৰ ফলত ভাৰত এখন স্বাধীন, গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ হৈ উঠিল ১৯৫০ চনৰ ২৬ জানুৱাৰীত। অসমক এক সুকীয়া প্ৰদেশৰূপে গঢ়ি তোলাৰ আগতে ইয়াৰ অন্তৰ্গত অঞ্চলসমূহ আৰু অনুসূচিত জিলাসমূহক কিছুমান বিশেষ আইনৰদ্বাৰা শাসন কৰা হৈছিল, পাছত ১৮৬১ চনত এই আইনবোৰ ইণ্ডিয়ান কাউন্সিল এক্ট নামৰ আন এখন আইনৰদ্বাৰা বিধিৱদ্ধ কৰা হ'ল। যদিও ৰেগুলেচন বা আইনপ্ৰণয়নৰ ক্ষমতা কিছুদিনৰ কাৰণে বন্ধ কৰা হৈছিল, ১৮৭০ চনৰ গভৰ্ণমেণ্ট অব ইণ্ডিয়া এক্ট নামৰ আইনৰদ্বাৰা ইয়াক আকৌ সোনকালেই বাহাল ৰখা হ'ল। ১৮৭৪ চনত যেতিয়া অসম প্ৰদেশ গঢ়ি তোলা হয়, তেতিয়া অনুসূচীত জিলাআইনো প্ৰণয়ন কৰা হয়। অৱশ্যে, ৰেগুলেচন বা বিশেষ আইনবিলাক প্ৰণয়ন কৰাৰ ক্ষমতা কোনো বাধা নোহোৱাকৈ চলি থাকিল। আইন প্ৰণয়ন কৰাটো তেতিয়া তেনেই সাধাৰণ কাম আছিল। লেফটেনেণ্ট গভৰ্ণৰ বা এজন চীফ্ কমিছনাৰে লিখি উলিওৱা খচৰা আইনবোৰ সপৰিষদ গভৰ্ণৰ জেনেৰেলৰ সমুখত দাঙি ধৰা হৈছিল। এবাৰ সেইবিলাক অনুমোদিত হোৱাৰ পাছত গেজেটত প্ৰকাশিত হ'লেই সেই প্ৰস্তাৱবোৰ আইনত পৰিণত হৈছিল। এইটো মন কৰিবলগীয়া যে এই পদ্ধতিৰে আইন কৰাটো ১৯১৫ চনৰ ভাৰত শাসন আইনত সন্নিৱিষ্ট কৰা হৈছিল।

সেই সময়ৰ প্ৰশাসনব্যৱস্থাৰ এটা বিশেষত্ব হ'ল যে, শান্তি আৰু উত্তম চৰকাৰ চলোৱাৰ কাৰণে আইন প্ৰণয়ন কৰাৰ ক্ষমতা কৰ্তৃপক্ষক দিয়া হৈছিল। সপৰিষদ গভৰ্ণৰ জেনেৰেলে ব্ৰিটিছ অধিকৃত ভাৰতৰ যিকোনো অংশ বা ৰাজ্যকে "অনগ্ৰসৰ অঞ্চল" বুলি ঘোষণা কৰিব পাৰিছিল, যি অঞ্চলত ভাৰতীয় বিধানমণ্ডলে প্ৰণয়ন কৰা কোনো আইনেই বলবৎ নহৈছিল। লগতে এইটোও উল্লেখ কৰিব লাগিব যে, "বহিৰ্ভূত অঞ্চল" নামৰ এক বৃহত্তৰ অংশৰপৰা "অনগ্ৰসৰ অঞ্চলবোৰ" লোৱা হৈছিল। ১৯৩০ চনৰ ভাৰতীয় বিধি আয়োগৰ ৰিপোৰ্ট অনুযায়ী "বহিৰ্ভূত অঞ্চলবোৰ" বিশেষধৰণৰ আইনৰ তলতীয়া, যিবোৰৰদ্বাৰা "সহজ আৰু নমনীয় ধৰণৰ বিচাৰসংক্ৰান্ত বা

শাসনসংক্ৰান্ত প্ৰণালীৰ ব্যৱস্থা কৰা হৈছে।'' আৰু পাছত কিছুমান অঞ্চলক ''সম্পূৰ্ণভাৱে বহিৰ্ভূত অঞ্চল'' বুলি ঘোষণা কৰা হ'ল, আৰু আন কিছুমানক সামান্যভাৱে বা পৰিৱৰ্তিতভাৱে বহিৰ্ভূত অঞ্চলৰ বুলি ধৰা হ'ল।

এই প্ৰসংগতে ''অনগ্ৰসৰ অঞ্চলবিলাকৰ'' সম্বন্ধে উপৰোক্ত আয়োগে দিয়া মতামতৰ কথা মনত পেলাব পাৰি। খাছী আৰু জয়ন্তীয়া পাহাৰ সম্বন্ধে ইয়াত কোৱা হৈছে যে ই বহুত সৰু সৰু অৰ্দ্ধস্বাধীন ৰাজ্যৰ সমষ্টি; এই ৰাজ্যবোৰ নিৰ্বাচিত চিয়েম আৰু দৰবাৰৰদ্বাৰা শাসিত হয়। যদিও এই অঞ্চলবোৰ ব্ৰিটিছ ভাৰতৰ ভিতৰত নাছিল পাৰ্বত্য অঞ্চলত সানমিহলি জনগণৰ ভিতৰত চিয়েমৰ অধীনত আছিল ১,৫০,০০০ আৰু ব্ৰিটিছৰ অধীনত ১,০০,০০০, শ্বিলঙৰ অৱস্থান খাছীয়া পৰ্বতৰ সোঁমাজতে আৰু তাৰ তিনি-চতুৰ্থাংশ আছিল চিয়েমৰ ৰাজ্যৰ ভিতৰুৱা আৰু এক-চতুৰ্থাংশ ব্ৰিটিছৰ অধীন। ভাৰতত যিবোৰ সংস্কাৰ সাধনৰ প্ৰস্তাৱ আছিল, প্ৰাদেশিক চৰকাৰৰ মত অনুসাৰে সেইবোৰক ভৈয়ামত প্ৰয়োগ কৰাটো অনুচিত আছিল। প্ৰস্তাৱ আছিল যে এইবোৰ অঞ্চল সম্পূৰ্ণৰূপে বিহৰ্ভূত থাকিব ঃ ১) নগা পৰ্বতমালা, ২) লুচাই পৰ্বতমালা, ৩) উত্তৰকাছাৰ পৰ্বতমালা, ৪) মিকিৰ পৰ্বতমালা, ৫) সীমান্তবৰ্তী অঞ্চলবিলাক। এইবুলি প্ৰস্তাৱ কৰা হৈছিল যে এইবিলাক অঞ্চলক, গভৰ্ণৰ জেনেৰেলে সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ হৈ শাসন কৰিব লাগিব।

খাছী, জয়ন্তীয়া আৰু গাৰো পাহাৰ অঞ্চল সম্বন্ধে প্ৰাদেশিক চৰকাৰৰ মত আছিল যে এই এলেকাবোৰ আংশিকভাৱে বহিৰ্ভূত অৱস্থাত থকা উচিত। খাছী পাহাৰৰ চিয়েমসকলৰদ্বাৰা শাসিত অঞ্চলবোৰ সম্বন্ধে মত পোষণ কৰা হৈছিল যে সেই এলেকাবিলাকক প্ৰাদেশিক শাসনব্যৱস্থাৰ তলতীয়া কৰা সম্ভৱ নহয়, কাৰণ তেনেকুৱা ব্যৱস্থা কৰিলে ভাৰতীয় স্বশাসিত ৰাজ্যবিলাকৰ ওচৰত কৰা প্ৰতিজ্ঞা ভঙ্গ কৰাৰ দৰে হ'ব। চিয়েমসকলৰ অধীনস্থ এলেকাবিলাকক আগতেই ''স্বশাসিত অঞ্চল'' বুলি স্বীকাৰ কৰা হৈছিল।

এই প্ৰতিবেদনত অসমৰ কোনো কোনো অঞ্চলক ''বহিৰ্ভূত'' আৰু ''আংশিকভাৱে বহিৰ্ভূত' এই দুটা বেলেগ শ্ৰেণীৰ অন্তৰ্গত কৰি লোৱাৰ কথা কোৱা হৈছে। ইয়াৰদ্বাৰা বুজোৱা হৈছিল যে গভৰ্ণৰে নিজেই ''বহিৰ্ভূত অঞ্চলবিলাক'' শাসন কৰিব। গভৰ্ণৰক বিশেষ অতিৰিক্ত ক্ষমতা দিয়া হ'ব, যাৰদ্বাৰা তেওঁ গভৰ্ণৰ জেনেৰেলৰপৰা আগতে অনুমতি লৈ ৰেগুলেচন বা বিশেষ আইনৰ অনুমোদন কৰিব, যিবোৰ প্ৰকৃততে সাধাৰণ আইনৰ নিচিনা শক্তিযুক্ত হ'ব; আৰু তেওঁ এইবোৰ কৰিব 'শান্তি স্থাপন আৰু উত্তম শাসন ব্যৱস্থাৰ' স্বাৰ্থত।

১৯৩৫ চনৰ ভাৰত শাসন আইনে এই অঞ্চলবোৰৰ বিভাজন স্পষ্টকৈ বৰ্ণনা কৰিছে, আৰু পাছত ১৯৩৬ চনত ভাৰত চৰকাৰৰ নিৰ্দেশমতে (বহিৰ্ভূত আৰু আংশিকভাৱে বহিৰ্ভূত অঞ্চলসমূহ) এই বিভাজন আৰু অধিক কটকটীয়া কৰা হয়। এই বহিৰ্ভূত অঞ্চলবোৰ তলত দিয়া হ'ল ঃ

১) উত্তৰ-পূব সীমান্ত অঞ্চল (শদিয়া, বালিপাৰা আৰু লক্ষীমপুৰ অঞ্চল);

২) নগা পৰ্বত অঞ্চল;

৩) লুচাই পৰ্বত অঞ্চল;

৪) উত্তৰকাছাৰ পৰ্বত অঞ্চল (কাছাৰ জিলাৰ মহকুমা)।

আংশিকভাৱে বহিৰ্ভূত অঞ্চলবিলাক আছিল ঃ

১) গাৰো পাহাৰ;

২) মিকিৰ পাহাৰ (নগাঁও আৰু শিৱসাগৰ জিলাৰ ভিতৰত);

৩) শ্বিলং মিউনিচিপেলিটি আৰু কেনটন্‌মেণ্ট এলেকাৰ বাহিৰে খাছী আৰু জয়ন্তীয়া পাহাৰ জিলাবিলাকৰ ব্ৰিটিছৰ অধীনত থকা অংশ।

১৯৩৫ চনৰ ভাৰত শাসন আইন বলৱৎ হোৱাৰ পাছত সাংবিধানিক বিকাশৰ ক্ষেত্ৰত আটাইতকৈ উল্লেখযোগ্য ঘটনা আছিল ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচন। প্ৰদেশবিলাকত মন্ত্ৰীসভা গঠিত হ'ল আৰু অসমৰো নিৰ্বাচনৰ ক্ষেত্ৰত নিজৰ প্ৰাপ্য অভিজ্ঞতা লাভ হ'ল। কংগ্ৰেছেই আছিল সবাতোকৈ প্ৰতিপত্তিশালী দল। ইয়াৰ পাছত, ১৯৪২ চনত যি সাধাৰণ নিৰ্বাচন হোৱাৰ কথা আছিল, সেইটো দ্বিতীয় মহাযুদ্ধৰ কাৰণে সম্ভৱ হৈ নুঠিল। ১৯৪৬ চনতহে আকৌ নিৰ্বাচন হ'বলৈ পালে। প্ৰদেশবিলাকৰপৰা সংবিধানসভালৈ প্ৰতিনিধি পঠিওৱা হ'ল। ব্ৰিটিছে ভাৰতীয়সকলৰ হাতত ক্ষমতা হস্তান্তৰিত কৰিবলৈ মান্তি হোৱাত এই সভা গঠিত হৈছিল।

সংবিধান সভা গঠন কৰাটো প্ৰকৃততে এটা ঐতিহাসিক পৰিঘটনা আছিল। ৯ ডিচেম্বৰ, ১৯৪৬ চনৰপৰা আৰম্ভ কৰি ১৯৪৯ চনৰ ২৬ নৱেম্বৰলৈকে, এই সভাৰ অধিৱেশন প্ৰায় তিনি বছৰ ধৰি বহিছিল। বিশিষ্ট সংবিধান বিশেষজ্ঞ ড° বি. আৰ. আম্বেদকাৰ, এই সংবিধানৰ খচৰা প্ৰস্তুত কৰিবলৈ গঠন কৰা কমিটিৰ চেয়াৰমেন বা সভাপতি নিৰ্বাচিত হ'ল। ভাৰতে কেনেধৰণৰ সংবিধান গ্ৰহণ কৰিব? সেইটোৱেই আছিল ইয়াৰ বিচাৰ্য প্ৰশ্ন।

গ্ৰেট ব্ৰিটেইনৰ অলিখিত সংবিধানকে ধৰি আমেৰিকা যুক্তৰাষ্ট্ৰ, কানাডা, অষ্ট্ৰেলিয়া, দক্ষিণ আফ্ৰিকা আৰু অন্যান্য দেশৰ সংবিধানবিলাক পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰি চোৱা হ'ল, আৰু সংবিধানসভা আৰু তাৰ কমিটিবিলাকতো বিশদভাৱে তৰ্কবিতৰ্ক হ'ল। বিশাল ভাৰত, যি দেশত বিভিন্ন জাতিৰ, বিভিন্ন ভাষাৰ, নানা ধৰ্মৰ, নানা বৰ্ণৰ ৪০ কোটিতকৈ বেছি লোকসংখ্যা আছিল, সেইখন দেশৰ বাবে সংবিধান প্ৰস্তুত কৰাটো এটা অতিশয় জটিল কাম আছিল। ১৬৫ দিন ধৰি চলা সভাৰ এঘাৰখন অধিৱেশনৰ উপৰিও ইয়াত তৰ্ক বা আলোচনাৰ মান অতি উচ্চ আৰু সুদূৰপ্ৰসাৰী আছিল। এই সকলো তৰ্ক আৰু আলোচনাৰ ফলস্বৰূপে যি লিখিত নথি বা তথ্য প্ৰস্তুত হ'ল সেই সময়ৰ পৃথিৱীৰ সংবিধান বিশেষজ্ঞসকলে তাক অতি উচ্চখাপৰ বুলি স্বীকৃতি দিছিল। যি সংবিধান গ্ৰহণ কৰা হ'ল, নিঃসন্দেহে সি ভাৰতীয় জনগণৰ সাম্প্ৰতিক প্ৰতিভাৰ ফল। সংবিধানৰ পিতৃপ্ৰতীমসকলৰ প্ৰতিভাৰদ্বাৰা সম্ভৱ হোৱা সংবিধানৰ ষষ্ঠ অনুসূচীত থকা স্বায়ত্তশাসিত জিলাপৰিষদ আঁচনিৰদ্বাৰা উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতীয় লোকসকলে কিছুপৰিমাণে হ'লেও স্বায়ত্তশাসনৰ অধিকাৰ ভোগ কৰিবলৈ সক্ষম হ'ল।

সংবিধানৰ খচৰা প্ৰস্তুত কমিটিৰ সভাপতি ড° আম্বেদকাৰে (যি জনসাধাৰণৰ

মাজত সংবিধানৰ পিতৃ হিচাপে খ্যাত) বিনয়েৰে সৈতে স্বীকাৰ কৰিছিল যে সংসদীয় গণতন্ত্ৰই একমাত্ৰ আদৰ্শ ৰাজনৈতিক গণতন্ত্ৰ নহয়। তেওঁ স্পষ্টভাৱে এইটোও উপলব্ধি কৰিছিল যে এটা বিশেষ পুৰুষৰ কাৰণে যিটো আৱশ্যকীয় হ'ব পাৰে, সেইটো পাছৰ পুৰুষৰ কাৰণে সমানে প্ৰাসংগিক নহ'বও পাৰে। কথাটোৰ সমৰ্থনত তেওঁ আমেৰিকাৰ মহান কূটনীতিজ্ঞ জেফাৰ্ছনৰ উক্তিৰ উদ্ধৃতি দিছে ঃ

"আমি প্ৰত্যেক পুৰুষকে তেওঁলোকৰ সংখ্যাধিক্যৰ ইচ্ছাৰদ্বাৰা নিজকে একতাৰ বন্ধনত বান্ধিবলৈ অধিকাৰ থকা এটা স্পষ্টতঃ ভিন্ন জাতি বুলি মানি ল'ম; কিন্তু তেওঁলোকৰ ভৱিষ্যতৰ বংশধৰসকলক একে সূত্ৰত বন্ধাৰ অধিকাৰ তেওঁলোকৰ নাই, যেনেকৈ আন কোনো দেশৰ অধিবাসীসকলৰো তেনে কৰাৰ অধিকাৰ নাই।"

সম্ভৱতঃ এই প্ৰগাঢ় উপলব্ধিয়ে আমাৰ সংবিধানৰ জনকসকলক, সংবিধানত কিছু নমনীয়তা আনিবলৈ আৰু সহজতে তাক সংশোধিত কৰিব পৰাৰ ব্যৱস্থা ৰাখিবলৈ প্ৰেৰণা দিলে। সদনৰ মুঠ সদস্যৰ সাধাৰণ গৰিষ্ঠসংখ্যকে সমৰ্থন জনালে বা সদনত উপস্থিত থকা আৰু ভোট দিয়া মুঠ সদস্যৰ ভিতৰত অতি কমেও দুই-তৃতীয়াংশৰ সমৰ্থন পালেই সংবিধানত সংশোধনী আনিব পৰা যায়। যদি এনে কোনো সংশোধনীয়ে সংবিধানৰ কোনো অনুচ্ছেদ বা বিশেষ ব্যৱস্থাৰ পৰিৱৰ্তন সাধিব খোজে, তেন্তে এনে সংশোধনী আইনত পৰিণত হোৱাৰ আগেয়ে মুঠ ৰাজ্যৰ কমেও আধাসংখ্যকে এনে সংশোধনীত অনুমোদন জনাব লাগিব।

সংশোধনৰ কাৰণে এই ব্যৱস্থা থকা কাৰণেই, বিগত চাৰি দশকৰ ভিতৰত এতিয়ালৈকে সংবিধানক ৭০ বাৰতকৈও অধিকবাৰ সংশোধিত কৰা হৈছে। মুঠৰ ওপৰত, আমাৰ সংবিধানত বিভিন্ন আসোঁৱাহ থাকিলেও আৰু বিভিন্ন ধৰণে ইয়াৰ ব্যাখ্যা সম্ভৱ হ'লেও ই সময়ৰ পৰীক্ষাত উত্তীৰ্ণ হৈছে। আনকি ১৯৭৫ চনত ঘোষণা কৰা আভ্যন্তৰীণ জৰুৰীকালীন অৱস্থাও সৰহদিন নিটিকিল, কিয়নো সংবিধানৰ ব্যৱস্থাৰ সহায় লৈয়েই ভাৰতীয় জনসাধাৰণে দেশত গণতান্ত্ৰিক কাম-কাজ ঘূৰাই আনিবলৈ সক্ষম হ'ল। এইটোও সন্দেহাতীতভাৱে প্ৰমাণিত হৈছে যে ভাৰতীয় জনসাধাৰণৰ গণতান্ত্ৰিক চৰিত্ৰ তেওঁলোকৰ ব্যক্তিত্বৰ দ'লৈকে সোমাই গৈছে আৰু তেওঁলোক সংবিধানৰ প্ৰতি অতিকৈ নিষ্ঠাৱান। সাধাৰণ নিৰ্বাচনবিলাক সাধাৰণতে সময়মতে হৈ থকা কথাটোৱেই প্ৰমাণ কৰে যে, কিছুমান মানুহে সংবিধানৰ মূল চৰিত্ৰটো সলাই দিবলৈ বিচাৰিলেও গণতান্ত্ৰিক সংবিধান সজীৱ হৈ আছে। দেশক ধ্বংস কৰাৰ কোনো প্ৰচেষ্টা বা কোনোধৰণৰ একনায়কত্ব প্ৰতিষ্ঠা কৰাৰ বিৰুদ্ধে আমাৰ সংবিধান নিশ্চয়েই আমাৰ বাবে এক অস্ত্ৰস্বৰূপ।

ভাৰতৰ জনসাধাৰণ সংবিধানৰ জনকসকলৰ ওচৰত সেয়েহে বিশেষভাৱে ঋণী।

সংবিধানৰ পিতৃ ড° আম্বেদকাৰে তেওঁৰ সামৰণী বক্তৃতাত এই দেশৰ ভৱিষ্যত সম্বন্ধে উৎকণ্ঠা প্ৰকাশ কৰি এটা প্ৰশ্নৰ অৱতাৰণা কৰিছিল। তেওঁ কৈছিল ঃ

" ইতিহাসৰ পুনৰাবৃত্তি হ'ব নেকি? এই চিন্তাই মোক উদ্বিগ্ন কৰি তুলিছে। এই উদ্বিগ্নতা আৰু বেছি গভীৰ হয়, যেতিয়া এই কথা মোৰ মনলৈ আহে যে

জাতিভেদ আৰু বৰ্ণভেদৰ ওপৰত আমাৰ পুৰণি শত্ৰুসমূহৰ উপৰিও আমি বিভিন্ন তথা বিপৰীত ৰাজনৈতিক মতাৱলম্বী ৰাজনৈতিক দল গঢ় লৈ উঠাৰ সম্ভাৱনাৰপিনে অগ্ৰসৰ হৈছো। ভাৰতীয়সকলে দেশক নিজৰ বৰ্ণৰ ঊৰ্দ্ধলৈ নিব পাৰিবনে? নে তেওঁলোকৰ বাবে দেশতকৈ নিজৰ বৰ্ণটোহে ডাঙৰ কথা হ'ব? মই নাজানো। কিন্তু এইটো কথা নিশ্চিত যে যদিহে ৰাজনৈতিক দলবোৰে নিজৰ মত-আদৰ্শক দেশতকৈ ওপৰত থয়, তেন্তে দ্বিতীয়বাৰৰ বাবে আমাৰ স্বাধীনতা বিপদাপন্ন হ'ব আৰু হয়তো আমি চিৰদিনৰ বাবে স্বাধীনতা হেৰুৱাব লাগিব। এইটো যাতে হ'বলৈ নাপায় তাৰ বাবে আমি আটায়ে দৃঢ়তাৰে থিয় হ'ব লাগিব। দেহত শেষ টোপাল ৰক্ত থকালৈকে আমি আমাৰ স্বাধীনতাৰ ৰক্ষণাবেক্ষণৰ বাবে অঙ্গীকাৰবদ্ধ হ'ব লাগিব।''

10

# গোপীনাথ বৰদলৈ আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়

*"বিবেক হ'ল আত্মাৰ স্বৰ, যিদৰে শৰীৰৰ স্বৰ হ'ল ৰিপুবিলাক। সিহঁতে প্ৰায়ে পৰস্পৰৰ বিৰোধিতা কৰে, তাত আচৰিত হ'বলগীয়া নাই।"*

— *ৰুছো*

*"মোৰ ৰাজ্যৰ সীমা তাতেই শেষ হয়, য'ৰপৰা বিবেকৰ ৰাজ্য আৰম্ভ হয়।"*

— *নেপোলিয়ন*

ইয়াৰ আগৰ অধ্যায়বিলাকৰপৰা এইটো কথা স্পষ্ট হৈ পৰে যে গোপীনাথ বৰদলৈ আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয় দুয়োৰেই জীৱনকাহিনী হ'ল কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধৰ উত্তৰ-পূৰ্বাঞ্চলৰ দুজন লেখত ল'বলগীয়া নেতাৰ জীৱনকাহিনী। দেশৰ এই অংশৰ গঠন আৰু বিকাশৰ ক্ষেত্ৰত তেওঁলোকৰ অৱদান অপৰিমেয় আৰু অনবদ্য আছিল। নৃগোষ্ঠীয় পৰিচয়, ধৰ্ম আৰু জীৱনৰ পৰিৱেশ আদি ক্ষেত্ৰত তেওঁলোকৰ মাজত বিৰাট পাৰ্থক্য আছিল যদিও দুয়োগৰাকী নেতাই একেলগ হৈ অতিশয় কৰ্মক্ষম যন্ত্ৰৰ দৰে এনে এটা দল গঠন কৰিছিল যি বিভাজনৰদ্বাৰা শাসন চলাবলৈ ব্ৰিটিছে কৰা আটাইবোৰ অপচেষ্টা ব্যৰ্থ কৰিছিল আৰু সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চললৈ সুদূৰপ্ৰসাৰী ৰাজনৈতিক পৰিবৰ্তন কঢ়িয়াই আনিছিল। তেওঁলোক দুয়ো মহান ৰাজনৈতিক নেতা আছিল, আৰু নিজ নিজ অঞ্চলত অৰ্থাৎ যথাক্ৰমে ভৈয়ামৰ জনগণৰ ওপৰত আৰু পৰ্বতীয়া ভাইসকলৰ ওপৰত দুয়োৰেই যথেষ্ট প্ৰভাৱ আছিল, আৰু সমসাময়িক আন নেতাসকলতকৈ তেওঁলোকৰ স্থান বহুত ওপৰত আছিল। খাছী পৰ্বতৰ এটি সম্পদশালী পৰিয়ালত, ১৮৮৩ চনৰ ১২ জুনত চেলা গাৱঁত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ জন্ম হয়, আৰু ১৮৯০ চনৰ ৬ জুনত নগাঁও জিলাৰ ৰহাত এটা মধ্যবিত্ত পৰিয়ালত গোপীনাথ বৰদলৈয়ে জন্মগ্ৰহণ কৰে।

১৯২১ চনটো বৰদলৈৰ পক্ষে বৰ গুৰুত্বপূৰ্ণ আছিল। বৰদলৈয়ে তেতিয়া

ওকালতি কৰি আছিল আৰু ‘‘অসম এছোছিয়েচন’’ নামৰ সংগঠনৰ সভ্য আছিল। ১৯২১ চনৰ আগষ্ট মাহত মহাত্মা গান্ধী যেতিয়া গুৱাহাটীলৈ আহিছিল তেতিয়া বৰদলৈয়ে তেওঁক লগ ধৰিছিল। ১৯২১ চনৰ ডিচেম্বৰ মাহত আহমেদাবাদত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনত বৰদলৈয়ে গান্ধীজীৰ লগত দ্বিতীয়বাৰ ভাৱৰ আদান-প্ৰদান কৰিবলৈ সুযোগ পালে। গান্ধীৰ উপদেশ আৰু তেওঁ দেখুওৱা পথ অনুসৰণ কৰি, গান্ধীৰ স্বাধীনতাৰ বাণী অসমৰ ঘৰে ঘৰে প্ৰচাৰ কৰাৰ কাৰণে বৰদলৈয়ে সৰ্বান্তঃকৰণে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিল। তেওঁ গৈ গুৱাহাটী পোৱাৰ লগে লগে তেওঁক গ্ৰেপ্তাৰ কৰা হ’ল আৰু ততালিকে তেজপুৰ জেললৈ লৈ যোৱা হ’ল। এটা সম্পূৰ্ণ বছৰ কাৰাগাৰত থাকি বৰদলৈয়ে প্ৰথমবাৰ বন্দী জীৱনৰ সোৱাদ পালে।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ কাৰণেও ১৯২১ চনটো তেওঁৰ ৰাজনৈতিক জীৱনৰ এটা স্মৰণীয় বছৰ আছিল। তেওঁ তেতিয়াৰ অসম বিধান পৰিষদৰ সভ্যৰূপে নিৰ্বাচিত হ’ল। ১৯০৬ চনৰেপৰা তেওঁ এজন খ্ৰিষ্টান মিশ্যনাৰীৰূপে পাহাৰে-ভৈয়ামে ঈশ্বৰৰ বা যীশুৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। মিশ্যনাৰীৰূপে কাম কৰাৰ সময়ছোৱাত ১৯১৩ চনৰপৰা ১৯১৬ চনলৈ তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰ, কানাডা, ব্ৰিটেইন, চীন আৰু জাপান আদি দেশলৈ যোৱাৰ সুযোগ পাইছিল। নৈতিকতাভিত্তিক ৰাজনীতিৰ মাধ্যমেৰে জনসাধাৰণৰ সেৱা কৰাৰ মাজেদিয়েই তেওঁৰ জনসেৱাৰ ক্ষেত্ৰ সম্প্ৰসাৰিত হৈছিল। যিয়ে নহওক, সংবিধান সভাৰ কাৰ্যক্ৰমণিকাত ঐতিহাসিক অৱদান আগবঢ়োৱাৰ সময়খিনিৰ বাহিৰে ১৯২১ চনৰেপৰা ১৯৫৯ চনলৈ তেওঁৰ মৃত্যুৰ আগলৈকে অসম বিধানমণ্ডলৰ সভ্য হিচাপে থাকি ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এজন সফল জননেতা আৰু জনগণৰ স্বাৰ্থৰ হকে কোনো ভয় নকৰাকৈ আৰু পক্ষপাতিত্ব নেদেখুওৱাকৈ মাত মাতিছিল আৰু এনে কামত দুয়ো দুয়োৰে সহায়ক আছিল। বৰদলৈয়ে যেতিয়া পৰ্বতৰ অধিবাসীসকলৰ আশা-আকাঙ্ক্ষাৰ কথা নিৰ্ভীকভাৱে উত্থাপন কৰিছিল, ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কোনো ইতস্ততঃ নকৰাকৈ অসম উপত্যকাৰ জনগণৰ প্ৰতি কৰা অন্যায়ৰ বিৰুদ্ধে এজন প্ৰকৃত যুঁজাৰুৰ দৰে মাত মাতিছিল।

দ্বিতীয় মহাযুদ্ধ শেষ হোৱাৰ (১৯৩৯-৪৫) ঠিক পাছতেই ১৯৪৫ চনৰ শেষৰ ফালে ব্ৰিটিছে অসমক খণ্ডিত কৰিবলৈ এখন আঁচনি প্ৰস্তুত কৰিলে। আঁচনিখনৰ দুটা উদ্দেশ্য আছিল। প্ৰথমটো হ’ল, অসমৰ পাৰ্বত্য এলেকাসমূহ লৈ এখন উত্তৰ-পূব সীমান্ত সংৰক্ষিত প্ৰদেশ গঠন কৰা, যিখন ব্ৰিটিছ সম্ৰাটৰ উপনিবেশস্বৰূপে থাকিব আৰু লণ্ডনৰ চৰকাৰৰ লগত যাৰ পোনপটীয়া সম্পৰ্ক থাকিব, যাতে ব্ৰিটিছে ইয়াত খোপনি পুতি বহিব পাৰে। আঁচনিখনৰ দ্বিতীয়টো উদ্দেশ্য হ’ল, অসম উপত্যকাৰ ভৈয়ামৰ জিলাবিলাক, চিলেট আৰু কাছাৰ জিলাক বঙ্গদেশৰ লগত জোৰা লগাই বৃহত্তৰ বঙ্গ গঠন কৰা। এই আঁচনিয়ে অসমক সম্পূৰ্ণভাৱে খণ্ড-বিখণ্ড কৰিলেহেঁতেন।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে, ১৯৪৬ চনৰ ২৯ জানুৱাৰীত ব্ৰিটিছ সংসদীয় প্ৰতিনিধি দলৰ ওচৰত দাখিল কৰা লিখিত স্মাৰকপত্ৰত জনায় যে অসমক খণ্ডিত কৰা আৰু

অসম উপত্যকাৰ জিলাবিলাকক অসমৰপৰা বিভক্ত কৰি দিব বিচৰা আঁচনিখন ন্যায়সঙ্গত নহয়। তেওঁ লিখিছিল "অসম উপত্যকাৰ জিলাবিলাকৰ প্ৰতি এই ব্যৱহাৰ অন্যায় হ'ব......... ইয়াৰ ফলত অসমীয়া কৃষ্টি আৰু ভাষা লোপ পাব......"। অসমক খণ্ডিত কৰাৰ পক্ষে ব্ৰিটিছ শাসকসকলে এইবুলি যুক্তি দৰ্শাইছিল যে অসম এখন অতি ক্ষুদ্ৰ প্ৰদেশ, যাৰ জনসংখ্যা অতি তাকৰ আৰু তাৰ অৰ্থনৈতিক অৱস্থাও দুৰ্বল। নিজৰ জ্ঞান আৰু অতিশয় পতিয়নযোগ্য বক্তব্যৰে ৰেভাৰেণ্ড ৰয়ে ব্ৰিটিছৰ এইবোৰ যুক্তি খণ্ডন কৰিছিল। তেওঁ কৈছিল, "কোনোৱে হয়তো ভাবিব পাৰে যে অসম উপত্যকা আৰু পাৰ্বত্য জিলাবোৰ লগ লগাই এখন প্ৰদেশ গঠন কৰিব নোৱাৰি, কাৰণ ই আকাৰত তেনেই সৰু হ'ব। সেই যুক্তি তিষ্ঠিব নোৱাৰে এইকাৰণেই যে এখন প্ৰদেশ আকাৰত কিমান ডাঙৰ হ'ব লাগিব বা তাৰ জনসংখ্যা কিমান হ'ব লাগিব তাৰ বাবে কোনো ধৰাবন্ধা মানদণ্ড নাই।" তেওঁ কৈছিল, "অষ্ট্ৰেলিয়াৰ (১৯৪৩-৪৫ চনৰ ভিতৰত তেওঁ তালৈ গৈছিল) টাছমানিয়াৰ জনসংখ্যা মোৰ মতে মুঠেই ২০ লাখমানহে হ'ব। ই নিজেই এখন ৰাজ্য, আৰু এতিয়া ই নিজেই তাৰ গভৰ্ণৰ নিৰ্বাচিত কৰে। পাৰ্বত্য অঞ্চলবোৰৰ সৈতে অসমৰ জনসংখ্যা প্ৰায় ৭০ লাখ। এখন প্ৰদেশ গঠন কৰিব পৰাকৈ ই যথেষ্ট ডাঙৰ অংক। সমগ্ৰ অষ্ট্ৰেলিয়াৰ জনসংখ্যা এতিয়া মাত্ৰ ৭৫ লাখ আৰু তাত কেইবাজনো গভৰ্ণৰ আছে। তেওঁ সামৰণিত কৈছিল, "জনসংখ্যাৰ প্ৰশ্নটোৱে অসম এখন সুকীয়া প্ৰদেশ হোৱাত বাধা দিব নোৱাৰে।"

গোপীনাথ বৰদলৈৰ প্ৰকৃত ওজস্বিতা প্ৰকাশ পাইছিল সংবিধানসভাত জনজাতীয় লোকসকলৰ স্বাৰ্থৰ হকে আৰু সংবিধানৰ ষষ্ঠ অনুসূচীৰ সমৰ্থনত তেওঁ দিয়া শক্তিশালী বক্তব্যৰ সময়ত। এই অনুসূচীৰ স্থপতি আছিল ৰেভাৰেণ্ড নিকলছ্ ৰয়। জনজাতীয় অঞ্চলৰ পৰিস্থিতিৰ মূল্যায়ন কৰি বৰদলৈয়ে কৈছিল যে অৰ্থনৈতিক অৱহেলাৰ বাবেই আৰু তেওঁলোকে যথোচিতভাৱে ভবা তেওঁলোকৰ স্বকীয় পৰিচয়ক আমি স্বীকৃতি দিব নোৱৰাৰ বাবেই তেওঁলোকে নিজকে অকলশৰীয়া আৰু দেশৰ আন অংশৰপৰা বিচ্ছিন্ন বুলি ভাবিব পাৰিছে। প্ৰকৃতপক্ষে তেওঁ নেতৃত্ব দিয়া পৰামৰ্শদাতা উপসমিতিৰ বাবেও এইটো এটা গুৰুত্বপূৰ্ণ বিচাৰ্য বিষয় আছিল। বৰদলৈয়ে স্পষ্টভাৱে কৈছিল যে জনজাতীয় লোকসকলৰ ওপৰত কোনো প্ৰকাৰে বল বা শক্তি প্ৰয়োগ কৰাৰ কথা বা তেওঁলোকৰ ওপৰত কোনো এটা ব্যৱস্থা ওপৰৰপৰা জাপি দিয়াৰ কথা যেন কোনেও নাভাবে। ৰাজ্যখনৰ জ্বলন্ত সমস্যাটোৰ যিকোনো সমাধানৰ পূৰ্বচৰ্ত হ'ল, জনজাতীয় লোকসকলৰ অকুণ্ঠ সহযোগিতা। তেওঁ তীব্ৰ আবেগেৰে সৈতে এই কথাৰ ওপৰত জোৰ দি কৈছিল যে অসম বা উত্তৰ-পূবৰ একতা ৰক্ষা কৰাটো বহুলাংশে নিৰ্ভৰ কৰিব শাসকসকলে জনজাতীয় অধিবাসীসকলৰ আস্থা আৰু বিশ্বাস কেনেকৈ আদায় কৰিব পাৰিছে তাৰ ওপৰত। জনজাতীয় লোসকলৰ স্বায়ত্তশাসনৰ অধিকাৰক সমৰ্থন কৰি বৰদলৈয়ে প্ৰগাঢ় বাগ্মিতাৰ পৰিচয় দিছিল। তেওঁ নিজে জনজাতীয় জীৱনৰ উচ্চ প্ৰশংসা কৰিছিল, আৰু সুযোগ পালেই জনজাতীয় মানুহৰ প্ৰতি তেওঁৰ মৰম আৰু চিন্তা প্ৰকাশ কৰিছিল। সেই কাৰণতে তেওঁৰ নেতৃত্বৰ সময়ছোৱাত পৰ্বতীয়া আৰু ভৈয়ামৰ মানুহৰ মাজত সৌহাৰ্দ্য আৰু বিশ্বাসৰ বাতাবৰণ আছিল।

তেওঁলোকৰ প্ৰচণ্ড চেষ্টাৰ ফলত, গোপীনাথ বৰদলৈ আৰু ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়ে অসমৰ একতা বজায় ৰাখিব পাৰিছিল আৰু জনজাতীয় লোকসকলেও ১৯৪৯ চনৰ নৱেম্বৰ মাহত গ্ৰহণ কৰা সংবিধানৰ ব্যৱস্থা অনুযায়ী স্বায়ত্তশাসিত পৰিষদৰদ্বাৰা তেওঁলোকৰ কৃষ্টি আৰু প্ৰতিভা অনুসাৰে বিকাশৰ পথত আগবাঢ়িব পাৰিছিল। ১৯৫০ চনৰ ৫ আগষ্টত বৰদলৈয়ে মৃত্যুবৰণ কৰা পৰ্যন্ত এই দুজন নেতাৰ মাজৰ সম্পৰ্কত কেতিয়াও ঘূণে ধৰা নাছিল। মৃত্যুৰ সময়ত বৰদলৈৰ বয়স হৈছিল মাত্ৰ ৬০ বছৰ। নিজৰ ঘনিষ্ঠ বন্ধু আৰু ৰাজনৈতিক সহকৰ্মী ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয়ৰ সৈতে লগলাগি তেওঁ যি স্বায়ত্তশাসিত জিলাপৰিষদ আঁচনিৰ বাবে যুঁজিছিল, সেই আঁচনি ৰূপায়ণ হোৱাটো তেওঁ চাই যাবলৈ নাপালে।

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ অতি মৰমৰ আৰু ভাল বন্ধুজনৰ বিয়োগত মৰ্মাহত হ'ল, এনেকুৱা এজন বন্ধু ভৱিষ্যতে তেওঁ কেতিয়াও পোৱা নাছিল। ৰাজনৈতিক ক্ষেত্ৰত বৰদলৈয়ে তেওঁৰ মৃত্যুৰদ্বাৰা যি শূন্যতাৰ সৃষ্টি কৰিলে, কিছুদিনলৈকে সেই শূন্যতা পূৰণ কৰাৰ কামত নিকল্‌ছ ৰয় ব্যস্ত হৈ থাকিল।

জনজাতীয় লোকসকলৰ লগত বৰদলৈৰ আত্মীয়তা আৰু তেওঁ যিদৰে নিজকে তেওঁলোকৰ এজন বুলি ভাবিছিল, সি ইমানেই স্বাভাৱিক আৰু সুন্দৰ আছিল যে বিদ্ৰোহী নগা নেতা এ. জেড. ফিজোৱে ১৯৫০ চনত কৈছিল ঃ

> "কেইবাবছৰো আগতেই মাত্ৰ কেইজনমানৰ সৈতে, প্ৰচণ্ড ধুমুহাৰ সময়তো বৰদলৈয়ে এখন নীলা আকাশ দেখা পাইছিল। তেওঁৰ সেই মহান সপোন বাস্তৱত ৰূপায়িত কৰাৰ কাৰণে তেওঁ দিয়া অনবদ্য অৱদানে তেওঁৰ চৰিত্ৰৰ যি প্ৰকৃত প্ৰতিচ্ছবি দাঙি ধৰিছে, তাক মৃত্যুৱে বা কালে ম্লান কৰিব নোৱাৰে। জীৱিত কালত বৰদলৈ নগাসকলৰ এজন বন্ধু আছিল, তেওঁৰ বন্ধুত্ব তেওঁলোকৰ ওচৰত অতি মূল্যবান আছিল। এতিয়া, তেওঁ গুচি যোৱাত নগাসকল সঁচাকৈয়ে দৰিদ্ৰ হৈ পৰিল।"

বৰদলৈ যোৱাৰ পাছত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় আৰু প্ৰায় ন বছৰ জীয়াই আছিল। এই সময়ছোৱাত তেওঁ ১৯৫২ আৰু ১৯৫৭ চনত অসম বিধান সভালৈ পুনৰ নিৰ্বাচিত হৈছিল। কিন্তু পৰিস্থিতি আগৰ দৰে হৈ নাথাকিল। সামাজিক বা ৰাজনৈতিক ক্ষেত্ৰত এটা ব্যক্তিগত সম্পৰ্ক গঢ়ি তুলিব নোৱৰা মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ লগত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ এটা নীতিগত মতবিৰোধ আছিল। মেধিৰ নেতৃত্বৰ কালছোৱাতেই ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰিছিল। ইয়াৰ পাছত বৰদলৈ আৰু তেওঁৰ যুটীয়া প্ৰচেষ্টাত সম্ভৱ হোৱা সংবিধানৰ ষষ্ঠ অনুসূচীত থকা স্বায়ত্তশাসন ব্যৱস্থাৰ সহায় লৈ ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে পাৰ্বত্য অঞ্চলত এক গণআন্দোলনৰ ভেটি গঢ়ি তুলিলে। সেই সময়ত বৰদলৈ জীয়াই থকা হ'লে হয়তো উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজনৈতিক প্ৰেক্ষাপটত বুৰঞ্জীয়ে এখন বেলেগ চিত্ৰহে অংকন কৰিলেহেঁতেন।

দুয়োগৰাকী নেতাৰ মাজত দুটা কথাত মিল আছিল— বিবেকৰদ্বাৰা সম্পূৰ্ণৰূপে পৰিচালিত হোৱা আৰু উদ্দেশ্যত উপনীত হ'বলৈ যথাযথ অভিযানৰ গুৰি ধৰা।

# 11

## ষষ্ঠ অনুসূচী ঃ প্ৰধান গুৰুত্ব

*"সেইবোৰেই হ'ল সকলোতকৈ ভাল আইন, যিবোৰৰ আটাইতকৈ ডাঙৰ বিশেষাধিকাৰ থাকে, আৰু জনসাধাৰণৰ সকলোতকৈ বেছি স্বাধীনতা থাকে।"*

*— বেকন*

*"আমি নৈতিকতাৰদ্বাৰা যি কাম সমাধা কৰিব পাৰোঁ, তাক আইনৰদ্বাৰা কৰা উচিত নহয়।"*

*— মণ্টেছকিউ*

ভাৰতীয় স্বাধীনতা আইন বলৱৎ হোৱাৰ পাছত খাছী ৰাজ্যসমূহৰ দৰে অসমৰ জনজাতীয় অঞ্চলৰ কিছুমান অংশৰ ওপৰত ব্ৰিটিছ চৰকাৰৰ আগতে যি ক্ষমতা আৰু দায়িত্ব আছিল, সেইবোৰ লোপ পালে। সংবিধানসভাই ১৯৪৯ চনৰ ২৬ নৱেম্বৰত গ্ৰহণ কৰা ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচী আৰম্ভ হৈছে 'ক' আৰু 'খ' এই দুটা ভাগত বিভক্ত এখন সাৰণীৰদ্বাৰা। এই সাৰণীত অন্তৰ্ভুক্ত জনজাতীয় এলেকাসমূহ হ'ল ঃ

**অংশ 'ক'**

১। সংযুক্ত খাছী আৰু জয়ন্তীয়া পাৰ্বত্য জিলা,
২। গাৰো পাহাৰ জিলা,
৩। লুচাই পাহাৰ জিলা,
৪। নগা পাহাৰ জিলা,
৫। উত্তৰকাছাৰ পাৰ্বত্য অঞ্চল,
৬। মিকিৰপাহাৰ অঞ্চল।

**অংশ 'খ'**

১। উত্তৰ-পূব সীমান্ত অঞ্চল, যাৰ অন্তৰ্গত বালিপাৰা সীমান্ত অঞ্চল, আবৰ পাৰ্বত্য জিলা আৰু মিছিং পাহাৰ জিলা,
২। নগা জনজাতীয় অঞ্চল।

'ক' অংশৰ জিলাবিলাকক জিলাপৰিষদৰদ্বাৰা স্বায়ত্তশাসন প্ৰদানৰ কথা আছিল। ভাৰতীয় সংবিধান গৃহীত হোৱাৰ পাছত নগাপাহাৰ জিলাক বাদ দি, আন আটাইবোৰ জিলাতেই পঞ্চাশৰ দশকৰ আৰম্ভণিতে নিয়মমতে জিলাপৰিষদ গঠন কৰা হয়। ভাৰতৰপৰা স্বাধীন হৈ থাকিবলৈ বিচৰা নগা লোকসকলৰ ৰাজনৈতিক আকাঙ্ক্ষাৰ বাবে নগাপাহাৰত এটা অশান্তি আৰু অনিশ্চয়তাৰ ভাব বিৰাজ কৰিছিল। অৱশ্যে এই সংঘাতটো বৰ বেছিদিন নচলিল, কাৰণ ১৯৬০ চনৰ জুলাই মাহত ভাৰত চৰকাৰ আৰু নগা পিপ'লছ কনভেনচনৰ মাজত স্বাক্ষৰিত চুক্তি অনুসাৰে নগা পাৰ্বত্য অঞ্চল— টুৱেনচাং অঞ্চল (নাগালেণ্ড) লৈ ভাৰতীয় ইউনিয়নৰ ভিতৰতে এখন সুকীয়া প্ৰদেশ গঠনৰ সিদ্ধান্ত লোৱা হ'ল;

এই চুক্তিত স্থিৰ কৰা হ'ল যে তলত দিয়া বিষয়বিলাকত চৰকাৰ দায়বদ্ধ থাকিব।

১। এই অঞ্চলত পৰস্পৰবিৰোধী শক্তিসমূহৰ মাজত চলা শান্তি ভঙ্গকাৰী কাৰ্যকলাপৰ ফলত যিমান দিনলৈকে অশান্তি চলি থাকিব, সেই সময়লৈকে শান্তি আৰু শৃঙ্খলা ৰক্ষা কৰা,

২। নতুন ৰাজ্যখনৰ কাৰণে পুঁজিৰ যোগান ধৰা,

৩। দহ বছৰৰ কাৰণে টুৱেনচাং অঞ্চলৰ প্ৰশাসনৰ দায়িত্ব লোৱা।

আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল, এই চুক্তিত এটা সিদ্ধান্ত কৰা হ'ল যে নাগালেণ্ড বিধান সভাই নিবিচাৰিলে কোনো নিৰ্দিষ্ট বিষয়ৰ ওপৰত সংসদে প্ৰণয়ন কৰা আইন নাগালেণ্ডত প্ৰযোজ্য নহ'ব। প্ৰথমতে ১৯৬১ চনত নাগালেণ্ড (অন্তৰ্বৰ্তীকালীন প্ৰদেশ) ৰেগুলেচন প্ৰণয়ন কৰা হয়, আৰু পাছত ইয়াৰ স্থান লয় ষ্টেট অৱ নাগালেণ্ড এক্ট, ১৯৬২ -এ, যাৰদ্বাৰা নাগালেণ্ড ৰাজ্য গঠন কৰাটো সম্ভৱ হ'ল।

ৰেভাৰেণ্ড জে. জে. এম. নিকলছ ৰয়ে তেওঁৰ দূৰদৰ্শিতাৰে দেখা পোৱাৰ দৰে জিলাপৰিষদবোৰ জনজাতিসকলৰ অধিক স্বায়ত্তশাসনৰ পথত আগৰণুৱা হৈ পৰিল। জিলাপৰিষদবোৰে নিজৰ এলেকাত নতুন নেতৃবৰ্গৰ সৃষ্টি কৰিলে। জিলাপৰিষদৰ মাজেদি ক্ষমতা আৰু দায়িত্বৰ সোৱাদ পাই এই নেতাসকল আকাঙ্ক্ষা পূৰণৰ ৰাজনৈতিক লক্ষ্যপ্ৰাপ্তিৰ পথত দায়িত্বশীল আৰু বাস্তৱবাদী হৈ উঠিল।

খাছী, জয়ন্তীয়া আৰু গাৰো পাহাৰৰ জনগণে প্ৰথমতে এই দিশত তেওঁলোকৰ দাবী উত্থাপন কৰে। সুকীয়া ৰাজ্য বিচাৰি কৰা এই আন্দোলনৰ প্ৰথম ফল হ'ল, সংযুক্ত খাছী পাহাৰ, জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰক লৈ স্বায়ত্তশাসিত ৰাজ্যৰ গঠন। এই আঁচনি কাৰ্যকৰী কৰা হয় ১৯৬৯ চনৰ সংবিধানৰ ২২ তম সংশোধনী আইনৰদ্বাৰা। এই সংশোধনীৰ জৰিয়তে সংবিধানত নতুনকৈ ২৪৪-ক নম্বৰ অনুচ্ছেদটো যোগ কৰা হয় এই অনুচ্ছেদত এখন বিধানসভা আৰু এক মন্ত্ৰীসভা লৈ এখন স্বায়ত্তশাসিত ৰাজ্য গঠনৰ কথা কোৱা হৈছে। অসম প্ৰদেশৰ ভিতৰতে মেঘালয় নামৰ এখন স্বায়ত্তশাসিত ৰাজ্য গঠনৰ এই গোটেই প্ৰক্ৰিয়াটো 'ৰাজ্যৰ ভিতৰতে ৰাজ্য' (State within a State) নামৰ নতুন ধাৰণাটোৰ ওপৰত প্ৰতিষ্ঠিত আছিল। অৱশ্যে এই নতুন

স্বায়ত্তশাসিত ৰাজ্যৰ জনগণে তাতেই ক্ষান্ত নাথাকি এখন পূৰ্ণাঙ্গ ৰাজ্য গঠনৰ দাবী তুলিলে। ১৯৭১ চনৰ উত্তৰ-পূৰ্বাঞ্চল (পুনৰ গঠন) আইনৰ অধীনত মেঘালয়ে ভাৰতীয় ইউনিয়নৰ ভিতৰত এখন পূৰ্ণাঙ্গ ৰাজ্যৰ মৰ্যাদা লাভ কৰিলে। অসমৰ ৰাজধানী শ্বিলং আগেয়ে অসমৰ অংশ আছিল, এতিয়া আৰু ই অসমৰ অংশ হৈ নাথাকিল, ই মেঘালয়ৰ ৰাজধানী হ'ল।

লুচাই পাৰ্বত্য জিলা আকৌ এটা বেলেগ পথেৰে আগবাঢ়িল। প্ৰথমতে ইয়াৰ নতুনকৈ নাম ৰখা হ'ল মিজো জিলা বুলি, আৰু ষষ্ঠ অনুসূচীতো নতুন নাম অন্তৰ্ভুক্ত কৰা হ'ল। প্ৰায় অনুৰূপভাৱেই ১৯৭১ চনৰ উত্তৰ-পূৰ্বাঞ্চল (পুনৰ গঠন) আইনৰ অধীনত মিজো জিলাক লৈ কেন্দ্ৰীয়শাসিত অঞ্চল মিজোৰাম গঠন কৰা হ'ল আৰু তেতিয়াৰেপৰা ই অসম ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ নাথাকিল। এইটো মন কৰিবলগীয়া যে এই একেখন আইনৰদ্বাৰা মণিপুৰ আৰু ত্ৰিপুৰায়ো পূৰ্ণাঙ্গ ৰাজ্যৰ মৰ্যাদা পালে। ষষ্ঠ অনুসূচীৰ খ অংশৰ এলেকাসমূহক লৈ কেন্দ্ৰীয়শাসিত অঞ্চল অৰুণাচল প্ৰদেশ গঠন হোৱাৰ লগে লগে অসমৰ মাটিকালি আৰু কমি আহিল। অসমক এনেদৰে খণ্ড-বিখণ্ড কৰা হ'ল যদিও ই উত্তৰ-পূৰ্বাঞ্চলৰ সাতভনীৰ মাজত আটাইতকৈ অগ্ৰজ ৰাজ্য হৈ ৰ'ল। উত্তৰ-পূৰ্বাঞ্চলৰ আনকেইখন ৰাজ্য হ'ল— নাগালেণ্ড, মেঘালয়, মণিপুৰ, ত্ৰিপুৰা, মিজোৰাম আৰু অৰুণাচল প্ৰদেশ।

এইদৰে, সংবিধানৰ ষষ্ঠ অনুসূচী বাৰে বাৰে সলনি কৰিবলগীয়া হৈছিল। ভাৰতীয় সংবিধানত ষষ্ঠ অনুসূচী গ্ৰহণ কৰা হৈছিল এটা বিশেষ অঞ্চলৰ শাসনকাৰ্য পৰিচালনাৰ উদ্দেশ্যে, যিটো অঞ্চলৰ জনসাধাৰণৰ সামাজিক আৰু সাংস্কৃতিক বৈশিষ্ট্য সম্ভৱতঃ দেশৰ আন অংশৰ পৰম্পৰা আৰু বুৰঞ্জীতকৈ বেলেগ। ইয়াৰ ফলত কিছুমান সমস্যাৰ সৃষ্টি হোৱা অৱশ্যম্ভাৱী। তাত দুটা এনেকুৱা ধৰণৰ সমস্যা আছে যাৰ প্ৰতি মনোযোগ দিয়া আৱশ্যক আৰু যি দুটা সমস্যাৰ সমাধানৰ পথ বিচাৰি উলিওৱা উচিত। প্ৰথমটো হ'ল, স্বায়ত্তশাসিত অঞ্চলবিলাকত ৰাজ্যপালে তেওঁৰ কৰ্তব্য পালন কৰোঁতে তেওঁৰ ভূমিকা কেনেকুৱা হ'ব, আৰু খোলাকৈ ক'বলৈ হ'লে, জিলাপৰিষদসমূহে গ্ৰহণ কৰা সিদ্ধান্তবোৰত ৰাজ্যপালৰ সমৰ্থন বা হস্তক্ষেপ প্ৰয়োজন হ'লে তেওঁৰ ভূমিকা কেনে হ'ব ? ষষ্ঠ অনুসূচীত এই কথা স্পষ্টকৈ কোৱা হোৱা নাই যে ৰাজ্যপালে মন্ত্ৰীসভাৰ পৰামৰ্শমতে এজন সাংবিধানিক মুৰব্বী হিচাপে কাৰ্যনিৰ্বাহ কৰিব লাগিব নে মন্ত্ৰীসভাৰপৰা স্বাধীনভাৱে তেওঁ কাৰ্যনিৰ্বাহ কৰিব পাৰিব। ষষ্ঠ অনুসূচীত ৰাজ্যপালৰ ওপৰতেই চূড়ান্ত সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা ন্যস্ত কৰা হৈছে যদিও এই ক্ষমতা তেওঁ নিজ ইচ্ছামতে প্ৰয়োগ কৰিব পাৰিবনে? সংবিধান বিশেষজ্ঞসকল ইয়াৰ সঠিক ব্যাখ্যা দিবলৈ যাওঁতে বিপদত পৰিছে যদিও ব্যৱহাৰিক ক্ষেত্ৰত লক্ষ্য কৰিব পাৰি যে জিলাপৰিষদে সাধাৰণতে মন্ত্ৰীপৰিষদৰ লগত সংঘাতত আহি কাম নকৰে।

আনটো সমস্যা হ'ল, পৰিষদসমূহৰ প্ৰশাসনৰ ব্যয় কোনে বহন কৰিব আৰু পৰিষদৰ অধীনস্থ এলেকাসমূহত বিকাশমূলক কাম-কাজ চলাৰ সময়ত পৰিষদৰ ভূমিকা কেনেকুৱা হ'ব। যিহেতু সংবিধানেই জিলাপৰিষদবোৰ সৃষ্টি কৰিছে, গতিকে

এইটো নিশ্চিত যে কেন্দ্ৰীয় বা প্ৰাদেশিক চৰকাৰে কাউন্সিলৰ শাসনব্যৱস্থাৰ ব্যয়ভাৰ বহন কৰিবই লাগিব। ইয়াৰ অৰ্থ তেনেহ'লে এয়ে নেকি যে শাসনব্যৱস্থাৰ ব্যয়ভাৰ ভাৰত চৰকাৰৰ দায়িত্ব বুলি মানি ল'লে ই বিত্ত আয়োগক ইয়াৰ বাবে বিশেষ পুঁজিৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰিব লাগিব ?

উন্নয়নৰ কামৰ ক্ষেত্ৰত দেখা যায় যে ৰাজ্য চৰকাৰ আৰু জিলাপৰিষদ, দুয়োটাই ৰাজ্য চৰকাৰৰপৰা পোৱা পুঁজিৰে এই কাম কৰে। মাত্ৰ অঞ্চল আৰু সময়সাপেক্ষে এই পুঁজিৰ পৰিমাণ কম-বেছি হয়।

কেইবাবছৰৰ ভিতৰতে কৰা সংশোধনীসমূহৰ সৈতে ষষ্ঠ অনুসূচী পঢ়ি চালে এটা সম্পূৰ্ণ নতুন ধাৰণাৰ কথা আহি পৰে, সেইটো হ'ল, ৰাজ্যৰ স্বাৰ্থ আৰু জিলাপৰিষদৰ লোকসকলৰ স্বাৰ্থৰ মাজত থকা সম্পৰ্ক। ই সংবিধানৰ এটা ব্যৱস্থাহে মাথোঁ নহৈ এক ৰাজনৈতিক আন্দোলনত পৰ্যবসিত হৈছেগৈ। কাৰ্বি (মিকিৰ) জনসাধাৰণৰ আন্দোলনলৈ মন কৰিলেই দেখা যায় যে তেওঁলোকে ৰাজনৈতিক ক্ষেত্ৰত দাবী কৰিছে যে সংবিধানৰ ২৪৪ নম্বৰ নতুন অনুচ্ছেদটোৰ অধীনত এখন স্বায়ত্তশাসিত ৰাজ্য তেওঁলোকৰ কাৰণেও গঠন কৰিব লাগে। দেখা যায় যে এই অনুচ্ছেদৰ মূল চালিকা শক্তি হ'ল সংবিধানৰ ষষ্ঠ অনুসূচী।

অসমৰ বড়ো অধ্যুষিত এলেকাসমূহকে ধৰি ভাৰতৰ বিভিন্ন অঞ্চলৰ জনসাধাৰণৰ মাজত গা-কৰি উঠা ৰাজনৈতিক আন্দোলনৰ যথাযথ মীমাংসাস্বৰূপে আমি সংবিধানৰ ষষ্ঠ অনুসূচী (আখৰে আখৰে বা ইয়াৰ অন্তৰ্নিহিত ভাৱধাৰা) থিয় কৰাব পাৰোনে ? এই প্ৰশ্নৰ উত্তৰ পাবলৈ আমি বুৰঞ্জীয়ে ভৱিষ্যতে কি গতি লয় তাৰ বাবে বাট চাব লাগিব।

12

## তেওঁৰ শেষ দশক

*"এটি মাধুৰ্যেৰে ভৰপূৰ আৰু সন্মানজনক বাৰ্দ্ধক্য হ'ল অমৰত্বৰ শৈশৱ কাল।'*

*— পিণ্ডাৰ*

*"এটি সুচাৰুৰূপে কটোৱা জীৱনৰ সন্ধ্যাই তাৰ লগতে চাকিও জ্বলাই আনে।'*

*— জোবাৰ্ট*

ভাৰতক এক গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ হিচাপে ঘোষণা কৰা ভাৰতীয় সংবিধান গঢ়ি তোলাৰ প্ৰক্ৰিয়াত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছিল আৰু এই সংবিধান গৃহীত হোৱাত তেওঁ অপৰিসীম সন্তুষ্টি লাভ কৰিছিল। এই সফলতাই তেওঁৰ অন্তৰলৈ ব্যাপক আনন্দ আনিছিল।

সামাজিক আৰু ৰাজনৈতিক, উভয় ক্ষেত্ৰতে তেওঁৰে সৈতে ঘনিষ্ঠ সম্পৰ্ক থকা সহকৰ্মী তথা প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ আকস্মিক বিয়োগত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় মৰ্মাহত হৈছিল। এই শূন্যতাই এনে এটা অৱস্থাৰ সৃষ্টি কৰিলে, যেতিয়া ৰাজ্যৰ মুৰব্বী পদৰ কাৰণে ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ নাম আলোচিত হ'বলৈ ধৰিলে। কিছুমান স্বাভাৱিক কাৰণৰ বাবেই এই আঁচনি ৰূপায়িত কৰিব পৰা নগ'ল আৰু আশা কৰা মতে আৰু ঘুনুক-ঘানাককৈ শুনা মতে তেওঁক দ্বিতীয় স্থান আগবঢ়োৱাৰ সম্ভাৱনা আছিল। বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা পাৰস্পৰিক শ্ৰদ্ধাৰ ঠাইত এক ধৰণৰ অসমীয়া আগ্ৰাসী মনোভাৱৰ ওপৰত প্ৰতিষ্ঠিত গতিশীলতাৰে ৰাজ্যৰ মুৰব্বী পদত বিষ্ণুৰাম মেধি অধিষ্ঠিত হোৱাৰ লগে লগে ৰেভাৰেণ্ড নিকল্‌ছ ৰয় একাষৰীয়া হ'ল আৰু ইয়াৰ ফলত প্ৰশাসন পৰিচালনাৰ ক্ষেত্ৰত এক নতুন অধ্যায়ৰ সূচনা হ'ল। তদুপৰি মেধি আৰু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ মানসিকতা সম্পূৰ্ণ বেলেগ ধৰণৰ আছিল। তেওঁলোকৰ ব্যক্তিত্ব আৰু জীৱনৰ পটভূমি ভিন্ন ধৰণৰ হোৱাৰ কাৰণে দুয়োৰে চিন্তা আৰু কৰ্মৰ মাজত একসমন্বয় সাধন কৰিব পৰা নগ'ল। তেওঁলোকৰ ব্যক্তিত্বতেই পৰস্পৰৰ মাজত থকা মতবিৰোধ স্পষ্ট হৈ উঠিছিল।

স্বাধীনতা লাভৰ পাছত ১৯৫২ চনত, ভাৰতীয় সংবিধানৰ অধীনত প্ৰথমবাৰৰ

বাবে সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে শ্বিলঙৰ অসংৰক্ষিত আসনৰ বাবে প্ৰতিদ্বন্দ্বিতাত নামে। প্ৰতিদ্বন্দ্বিতা প্ৰথমতে কষ্টসাধ্য আছিল। কিন্তু ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এজন অভিজ্ঞ ৰাজনীতিজ্ঞ আৰু সংগঠক আছিল বাবে তেওঁ তেওঁৰ নিকটতম প্ৰতিদ্বন্দ্বী তথা উঠি অহা ডেকা ৰাজনীতিজ্ঞ প্ৰফেছাৰ জি. জি. ছোৱেলক হেলাৰঙে পৰাভূত কৰি প্ৰত্যাশিত বিজয় লাভ কৰিলে। কিন্তু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ জীৱন আগৰ নিচিনা হৈ নাথাকিল। মুখ্যমন্ত্ৰী মেধিৰ লগত তেওঁৰ মতবিৰোধ ক্ৰমে বাঢ়ি আহিল আৰু সেই ভগ্ন সম্পৰ্ক জোৰা লগোৱাটো টান হৈ পৰিল। প্ৰথমতে তেওঁক গুৰুত্বপূৰ্ণ গড়কাপ্তানি দপ্তৰৰ দায়িত্ব দিয়া হৈছিল, তাৰপৰা আঁতৰাই হঠাতে তেওঁক আবকাৰী ৰাজহ দপ্তৰ দিয়া হ'ল, তাৰ পাছত অতি সাধাৰণভাৱে আৰু অপমানজনকভাৱে তেওঁক কাৰাগাৰ দপ্তৰৰ দায়িত্ব দিয়া হ'ল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ লগত এনেকুৱা হীন ব্যৱহাৰ কৰা বিষয়টো লৈ মানুহৰ মাজত এক মুখৰোচক কাহিনী প্ৰসাৰিত হ'ল। সেই কাহিনী মুঠেই ৰুচিসন্মত নাছিল। তথাপিও ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কিমান অপমান ভোগ কৰিবলগীয়া হৈছিল, তাক বুজাবলৈকে এই কাহিনী ইয়াত উল্লেখ কৰা উচিত। কম-বেছি পৰিমাণে কাহিনীটো এনেকুৱা আছিল ঃ

এজন মানুহে বাটেৰে (গড়কাপ্তানি) খোজকাঢ়ি গৈ আছিল, তেওঁ গৈ এখন সুৰাৰ দোকান (আবকাৰী) পালে, যিমানখিনি সুৰা তেওঁৰ পক্ষে যথেষ্ট আছিল, তেওঁ তাতকৈ কেইগিলাছমান বেছিকৈ সুৰাপান কৰিলে আৰু সুৰাৰ ৰাগীত মতলীয়া হ'ল। তেওঁক পুলিছে ধৰি লৈ গ'ল আৰু কাৰাগাৰত থলেগৈ। গড়কাপ্তানি দপ্তৰৰপৰা আবকাৰী ৰাজহ দপ্তৰ আৰু তাৰপৰা কাৰাগাৰ।

বৃদ্ধ সিংহৰ কাৰণে এই অপমান সহ্যৰ সীমা পাৰ হৈ গৈছিল। নিকল্‌ছ ৰয়ৰ তেতিয়া বয়স ৬৯ বছৰ। ভাৰতৰ মানুহৰ প্ৰতি তেওঁৰ ইমানখিনি অৱদান, অসমৰ জনগণৰ প্ৰতি ইমানখিনি সেৱা আৰু তথাপিও........। তদুপৰি যি জিলাপৰিষদৰ তেওঁ জনক আছিল, সেইবোৰে ফল দেখুৱাবলৈ আৰম্ভ কৰিছিল আৰু অধিক স্বায়ত্তশাসনৰ বাবে জনজাতিসকল ভিতৰে ভিতৰে অশান্ত হৈ উঠিল আৰু তথাপিও নেতৃত্বৰ দিগন্তত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এই কথাত সুখী হ'ল যে স্বায়ত্তশাসিত জিলাপৰিষদবোৰে দুজন বিশিষ্ট নেতা গঢ়ি তুলিলে। ইয়াৰ এজন হ'ল, খাছী আৰু জয়ন্তীয়া পাহাৰৰ স্বায়ত্তশাসিত জিলাপৰিষদৰ মুখ্যা তথা প্ৰাক্তন আমোলা বিষয়া শ্ৰীজে. বিঞা আৰু তৰুণ গতিশীল গাৰো নেতা কেপ্টেইন ডব্লিউ. এ. চাংমা, যি পাছলৈ গাৰোপাহাৰ জিলাপৰিষদৰ মুখ্য কাৰ্যবাহী বিষয়া হৈছিলগৈ আৰু এই কামত বিপুল সফলতা লাভ কৰিছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে ভাবিলে যে এতিয়া কামত জঁপিয়াই পৰাৰ সময় আহিছে। তেওঁ মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰিলে আৰু অধিক স্বায়ত্তশাসনৰ বাবে চলা আন্দোলনৰ অংশীদাৰ হৈ পৰিল। ১৯৫০-৫৪ চনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয় এই বিষয়ত নিজে আশ্বস্ত হোৱা নাছিল যে অসমক খণ্ড-বিখণ্ড কৰি জনজাতিসকলৰ কাৰণে এখন সুকীয়া প্ৰদেশ গঠনৰ ৰাজনৈতিক লক্ষ্য উচিত নে অনুচিত। তেওঁ ইমান দিন ধৰি অসমৰ একতা আৰু সংহতিৰ কাৰণেই যুঁজি আহিছিল।

ইমান দিনলৈ পৰ্বত-ভৈয়ামৰ অধিবাসীসকলৰ যুটীয়া স্বাৰ্থৰ কাৰণে আগৰণুৱা হৈ যুঁজাৰ পাছত, যুটীয়া স্বাৰ্থৰ কথা হঠাতে তল পেলাই একাংশৰ স্বাৰ্থৰ কাৰণে চলা আন্দোলনত অংশ লোৱাটো তেওঁৰ পক্ষে টান হৈ পৰিছিল। এখন পাৰ্বত্য ৰাজ্য গঠন কৰাৰ অৰ্থই হ'ব ভৈয়ামৰ ভাইসকলৰপৰা পৃথক হৈ যোৱা। এইটো যথাৰ্থতে পীড়াদায়ক আছিল। সেয়েহে ১৯৫৪ চনত ইষ্টাৰ্ন ইণ্ডিয়া ট্ৰাইবেল ইউনিয়ন নামৰ এটা আঞ্চলিক জনজাতীয় ৰাজনৈতিক দলৰ গঠনত তেওঁ সন্মতি আৰু আশীৰ্বাদ দিছিল যদিও তেওঁৰ নিজৰ মনত দ্বিধা আছিল। তেওঁ এটা নতুন ৰাজনৈতিক সূত্ৰ বিচাৰিছিল, যাতে পৰ্বত-ভৈয়ামৰ অধিবাসীসকলৰ মাজত কিবা প্ৰকাৰে হ'লেও এটা বন্ধন ৰক্ষা কৰিব পৰা যায়। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এক পৃথক পাৰ্বত্য ৰাজ্যৰ পৰিৱৰ্তে এক 'পাৰ্বত্য মন্ত্ৰীসভাৰ' পোষকতা কৰিছিল যদিও ই সাধাৰণ মানুহৰ সন্মতি নাপালে। বুদ্ধিজীৱীসকলে আৰু তেওঁৰ কেইজনমান পৰম অনুগামীয়ে এই ধাৰণাটোক সমৰ্থন কৰিছিল। ''পাৰ্বত্য ৰাজ্য নোহোৱালৈকে বিশ্ৰাম নাই'' ধ্বনি প্ৰথমবাৰৰ কাৰণে অসমৰ পাহাৰবিলাকত বাজি উঠিল আৰু ইষ্টাৰ্ন ট্ৰাইবেল ইউনিয়নক জনজাতীয়সকলৰ স্বকীয়তা ৰক্ষাৰ আকাঙ্ক্ষাক প্ৰতিনিধিত্ব কৰা অনুষ্ঠান হিচাপে পৰ্বতীয়া জনগণে স্বীকৃতি দিলে। বন্ধ আৰু হৰতালৰ আহ্বান দিয়া হ'ল আৰু এক স্বকীয় পাৰ্বত্য ৰাজ্য গঠনৰ ধ্বনিৰে অসমৰ পাৰ্বত্য অঞ্চল মুখৰিত হৈ উঠিল। কেপ্টেইন ডব্লিউ. এ. চাংমাই নেতৃত্ব গ্ৰহণ কৰিলে আৰু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে এক সংযত ভূমিকা পালন কৰা দেখা গ'ল।

১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচন জনজাতীয় লোকসকলৰ স্বাৰ্থৰ দিশৰপৰা অতি গুৰুত্বপূৰ্ণ আছিল। ইষ্টাৰ্ন ইণ্ডিয়া ট্ৰাইবেল ইউনিয়নে (চমুকৈ EITU ইটু) এই প্ৰত্যাহ্বান গ্ৰহণ কৰি সংসদ আৰু অসম বিধানসভাৰ নিৰ্বাচনৰ বাবে প্ৰাৰ্থী থিয় কৰালে। সাধাৰণ জনগণৰ অনুভূতিৰ ঢৌৰ ওপৰেদি নাও বাই ইটুৱে বিপুল জয়লাভ কৰিব বুলি ভবা হৈছিল আৰু মূৰকত সেয়েই হৈছিল। অৱশ্যে ইয়াৰ এটা ব্যতিক্ৰমো আছিল। ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ নীতি, মূল্যবোধ আৰু আদৰ্শৰ প্ৰতি জনগণৰ মতামত বিচাৰি আকৌ এবাৰ তেওঁলোকৰ ওচৰ চাপিবলৈ মনস্থ কৰিলে। তেওঁ ইটুৰ শক্তিৰ বিপক্ষে গৈ খাছী-জয়ন্তীয়া নেচনেল কনফাৰেন্সৰ প্ৰাৰ্থীস্বৰূপে চেৰা সমষ্টিৰপৰা প্ৰতিদ্বন্দ্বিতা কৰিলে। তেতিয়া তেওঁ ৭৪ বছৰীয়া বৃদ্ধ। তেওঁৰ সমৃদ্ধিপূৰ্ণ অভিজ্ঞতা আৰু ৰাজনৈতিক দক্ষতাকে একমাত্ৰ সম্বল হিচাপে লৈ তেওঁ যুদ্ধক্ষেত্ৰত নামি পৰিল। আগৰ সুদিনৰ সময়ৰ দৰে তেতিয়া আৰু তেওঁৰ কেউকাষে বিৰাট জনতাৰ সমাবেশ হোৱা নাছিল। নতুন ধৰণৰ চিন্তাই মানুহৰ মন আৰু হৃদয়ক হেঁচি ধৰিছিল। কিন্তু ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে কঠিন পৰিস্থিতিৰ মোকাবিলা কৰি আগবাঢ়ি আহিল। সম্পূৰ্ণ অকলশৰীয়াকৈ তেওঁ বিৰামহীন সংগ্ৰাম কৰি গ'ল। বেছিভাগ মানুহেই ভাবিছিল যে এই যুদ্ধই ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ জীৱনৰ ৱাটাৰলু হ'ব। কিন্তু নিৰ্বাচনৰ ফলাফলে এই স্পষ্টবাদী মানুহজনক এটা সকাহ দিলে। কোনজন প্ৰাৰ্থীৰ ভাগ্য কোনফালে ঢাল খায়, এই বিষয়ে কোনো কথা স্পষ্টভাৱে ক'ব নোৱৰা এই উত্তেজনাপূৰ্ণ নিৰ্বাচনত ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ে তেওঁৰ নিকটতম প্ৰতিদ্বন্দ্বী ইটুৰ প্ৰাৰ্থী তথা প্ৰতিষ্ঠিত জনজাতি নেতা টি.

কাজীক মাত্ৰ ১৮৮ টা ভোটৰ ব্যৱধানত পৰাভূত কৰিলে। ৰেভাৰেণ্ড নিকল্‌ছ্ ৰয়ৰ বিষয়ে কোৱা হৈছিল যে বৃদ্ধ সিংহই কেৱল গৰ্জন কৰাই নহয়, এতিয়াও ইয়াৰ কেইটামান শক্তিশালী দাঁত আৰু তীক্ষ্ণ নখ আছে। এইটো সম্পূৰ্ণৰূপে এটা ব্যক্তিগত বিজয় আছিল। নতুন পৰিস্থিতিত ৰেভাৰেণ্ড নিকল্‌ছ্ ৰয়ৰ গুৰুত্ব কমি আহিছিল। ইটু এক নতুন শক্তি হৈ উঠিছিল আৰু পাৰ্বত্য প্ৰদেশেই ইয়াৰ প্ৰধান লক্ষ্য হৈ পৰিল।

এজন যুঁজাৰুৰ কেতিয়াও মৃত্যু নহয়। ৰেভাৰেণ্ড নিকল্‌ছ্ ৰয়ৰ ক্ষেত্ৰতো এই কথা সঁচা আছিল। সাধাৰণ নিৰ্বাচনৰ ঠিক পাছতেই তেওঁ খাছী, জয়ন্তীয়া পাহাৰ স্বায়ত্তশাসিত জিলাপৰিষদৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিলে। তেওঁকে ধৰি তেওঁৰ মনোনীত মাত্ৰ কেইজনমান প্ৰাৰ্থীয়েহে জয়লাভ কৰিলে। জনজাতীয় লোকসকলৰ কাৰণে তেৰেঁই গঢ় দিয়া সাংবিধানিক যন্ত্ৰ জিলাপৰিষদত বিৰোধী পক্ষৰ আসনত বহিয়েই ৰেভাৰেণ্ড নিকল্‌ছ্ ৰয় সন্তুষ্ট হ'বলগীয়া হ'ল।

সামাজিক আৰু ধৰ্মবিষয়ক ক্ষেত্ৰত তেতিয়াও তেওঁ আগৰ নিচিনাকৈয়ে কঠিন পৰিশ্ৰম কৰিছিল, কিন্তু বাৰ্দ্ধক্যই তেওঁক দুৰ্বল কৰিছিল।

১৯৫৯ চনৰ ১ নবেম্বৰত তেওঁ মৃত্যুবৰণ কৰে। সকলোফালৰেপৰা অহা হাজাৰ হাজাৰ গুণমুগ্ধই তেওঁলোকৰ জীৱন্ত স্মৃতিৰ ভিতৰত সবাতোকৈ নমস্য ব্যক্তি আৰু ভাৰতমাতাৰ সুযোগ্য সন্তান ৰেভাৰেণ্ড নিকল্‌ছ্ ৰয়ক শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ তেওঁৰ শেষকৃত্যত যোগদান কৰিছিল। তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰক।

# প্ৰতিফলন

ৰেভাৰেণ্ড নিকল্‌ছ ৰয়ৰ কৰ্মজীৱন সম্বন্ধে চিন্তা কৰিলে দেখা যায়, জনসেৱাৰ কেইটামান ক্ষেত্ৰত তেওঁ অতি দক্ষ আছিল, আৰু আমি স্বচ্ছন্দে এই সিদ্ধান্তলৈ আহিব পাৰোঁ যে সেইবোৰেই আছিল তেওঁৰ জীৱনৰ উচ্চ শিখৰ। প্ৰথমেই মোৰ মনলৈ আহে, তেওঁ এনে এজন বুদ্ধিজীৱী আছিল, যাৰ এক অসাধাৰণ গৰিমা আছিল। জনগণৰ মনৰ কথা বুজি পোৱা তেওঁৰ এক স্বাভাৱিক ক্ষমতা আছিল আৰু স্পষ্টভাৱে নিজৰ মত জনতাক বুজাই দিয়াতো তেওঁ সমানেই পটু আছিল। আপাতদৃষ্টিত তেওঁ এটা অকলশৰীয়া জীৱন যাপন কৰিছিল যদিও জনজাতীয় লোকসকলৰ আশা-আকাঙ্ক্ষাৰ লগত তেওঁ কেৱল বৌদ্ধিকভাৱেই নহয়, শাৰীৰিকভাৱেও সম্পূৰ্ণ একাত্ম হৈ পৰিছিল। এই প্ৰসঙ্গতে এটা ঘটনাৰ কথা মনলৈ আহিছে। যেতিয়া তেওঁ এজন বয়সিয়াল মানুহ আছিল (বোধকৰো ষাঠিৰপৰাও যথেষ্ট ওপৰত তেতিয়া তেওঁৰ বয়স) সীমান্তবৰ্তী অঞ্চলৰ থিয় গৰা থকা ঠাইত নিৰ্বাচনী অভিযানৰ সময়ত তেওঁৰ বন্ধু আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধাশীল লোকসকলে তেওঁক তালৈ যাবলৈ বাধা দিছিল, কাৰণ তেওঁ যি বাটেৰে খোজ কাঢ়িব লাগিব, সেই বাট বিপদজনকভাৱে থিয় আছিল। তেওঁ তেওঁলোকৰ কথাত মান্তি হ'ল। কিন্তু বহুত তলত বৈ থকা নিজৰাৰ কাষে কাষে তেওঁৰ যিসকল মানুহ আছিল, তেওঁলোকক লগ ধৰিবলৈ তেওঁ বদ্ধপৰিকৰ আছিল। সেই কাৰণে সেই অঞ্চলৰ কেইজনমান বলবান মানুহে এটা প্ৰকাণ্ড শংকু আকৃতিৰ পাছিত বহুৱাই তেওঁক কঢ়িয়াই লৈ যোৱাৰ ব্যৱস্থা কৰা হ'ল। ইয়াৰপৰাই দেখা যায় যে তেওঁ শাৰীৰিকভাৱে নিজৰ মানুহৰ লগত একাত্মতা ৰাখিব খুজিছিল। এই পথত আহিব পৰা সকলো বাধা-বিঘিনি তেওঁ আওকাণ কৰিছিল। তেওঁ দৰাচলতে এজন সাধাৰণ ব্যক্তিয়ে ঢুকি পোৱা বুদ্ধিজীৱী আছিল। তেওঁ আছিল একাধাৰে চিন্তাবিদ, লেখক আৰু অত্যধিক পঢ়াশুনা কৰা লোক। তেওঁৰ গ্ৰন্থাগাৰত বিভিন্ন বিষয়ৰ কিতাপ আছিল। তেওঁৰ জ্ঞানৰ তৃষ্ণা প্ৰশমিত কৰা টান আছিল, আৰু ৰাতিপুৱা কুকুৰাই ডাক নিদিয়ালৈকে পঢ়া কোঠাত থকাটো তেওঁৰ প্ৰায় নিয়মীয়া অভ্যাস আছিল। কিন্তু তেওঁ যেতিয়া সাধাৰণ মানুহৰ লগত মিলামিছা কৰিছিল, তেতিয়া তেওঁ নিজকে উচ্চস্তৰৰ এজন বুদ্ধিজীৱীৰপৰা সৰ্বসাধাৰণৰ স্তৰলৈ নমাই আনিছিল আৰু কোনো অসুবিধা নোহোৱাকৈয়ে তেওঁলোকৰ ভাষাত কথা-বতৰা হ'ব পাৰিছিল।

তেওঁৰ বিস্তৃত জ্ঞান আৰু বিদ্যাই তেওঁক এজন সংবিধান বিশেষজ্ঞ কৰি তুলিছিল। আইনৰ সূক্ষ্ম দিশসমূহ পৰ্যালোচনা কৰাত আৰু সঠিক স্থানত সঠিক শব্দ ব্যৱহাৰ কৰাত তেওঁৰ মেধাশক্তি আৰু দক্ষতাৰ স্বাক্ষৰ বহন কৰে তেওঁৰ লিখনিসমূহে। তেওঁ সৰু সৰু বিষয়বোৰৰ সম্বন্ধেও সতৰ্ক আছিল আৰু সংবিধানৰ কোনো এটা বিষয় সম্বন্ধে আলোচনা কৰোতে নিজে সন্তুষ্ট নোহোৱালৈকে তেওঁ সেই কাম বাৰে বাৰে কৰিছিল। অসম বিধানসভা আৰু সংবিধান সভালৈ তেওঁ আগবঢ়োৱা অৱদানেই তেওঁৰ পাণ্ডিত্যপূৰ্ণ মন আৰু সংবিধান সম্বন্ধীয় আইনৰ ওপৰত থকা তেওঁৰ জ্ঞানৰ যথাযথ প্ৰমাণ দিয়ে। এই প্ৰতিভাৰ বাবেই তেওঁ সংবিধানৰ ষষ্ঠ অনুসূচীৰ খচৰা প্ৰস্তুত কৰি উলিয়াব পাৰিছিল, যিটো পাছত আন সংবিধান প্ৰণেতাসকলৰদ্বাৰা সম্পাদিত আৰু পৰিমাৰ্জিত হৈ মূল সংবিধানত স্থান লাভ কৰিছিল। বিধানসভাত তেওঁ বহুতো বিধেয়ক প্ৰস্তুত কৰিছিল আৰু সৰু সৰু বিষয়বোৰৰ প্ৰতি লক্ষ্য ৰাখি যি যত্নেৰে তেওঁ এইবোৰ তৈয়াৰ কৰিছিল, সেইটোৱেই স্পষ্টভাৱে তেওঁৰ তীক্ষ্ণ আৰু অন্তৰ্ভেদী মনৰ পৰিচয় বহন কৰিছিল।

তেওঁ এটি সুশৃঙ্খল জীৱন যাপন কৰিছিল। তেওঁ সুৰাপান নকৰিছিল আৰু তেওঁৰ ব্যক্তিগত অভ্যাসবোৰ এনেকুৱা আছিল, যিবোৰে তেওঁৰ জীৱন কঠোৰভাৱে শৃংখলাবদ্ধ কৰি তুলিছিল। তেওঁৰ কাৰণে সময় অতি মূল্যবান আছিল। তেওঁ এখন দিনপঞ্জী ৰাখিছিল, য'ত তেওঁৰ সমূহ কাম-কাজ তন্ন-তন্নকৈ লিখি ৰখা হৈছিল। তেওঁৰ ব্যক্তিগত চৰিত্ৰ আনৰ বাবে এটা আৰ্হিস্বৰূপ আছিল, আনকি পিন্ধা-উৱাৰ ক্ষেত্ৰতো তেওঁ অতি পৰিপাটী আছিল। কাপোৰৰ উপাদান আৰু বৰণৰ ওপৰত তেওঁ সততে দৃষ্টি ৰাখিছিল।

তেওঁ এজন কূটনীতিজ্ঞ আছিল, নিজৰ জীৱনৰ বাবে আৰু ভৱিষ্যত জীৱনৰ বাবে তেওঁৰ এটা কল্পনা আছিল। তেওঁ জানিছিল যে ভাৰতৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব সংবিধানৰ প্ৰতি আনুগত্য, অহিংসা আৰু ধৰ্মনিৰপেক্ষতাৰ ওপৰত। তেওঁ এজন দেশপ্ৰেমিক ভাৰতীয় আছিল। মই এই কথা সদায় অনুভৱ কৰোঁ, যদি ৰেভাৰেণ্ড জে. জে. এম. নিকল্‌ছ ৰয় নাথাকিলেহেঁতেন আৰু মানুহে যদি তেওঁৰ ওপৰত ইমানখিনি বিশ্বাস আৰোপ নকৰিলেহেঁতেন, তেন্তে উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতীয় লোকসকলৰ ভাগ্য নিয়ন্ত্ৰণ কৰিলেহেঁতেন পূব পাকিস্তান বা আজিৰ বাংলাদেশে।

তেওঁ এজন বিশিষ্ট ধৰ্মীয় নেতা আছিল, আৰু যীশু খ্ৰীষ্টৰ বাণীৰ প্ৰতি তেওঁৰ অনুৰাগ ইমান বেছি আছিল যে সময়ে সময়ে মই অনুভৱ কৰোঁ যে ৰেভাৰেণ্ড নিকল্‌ছ সৰ্বপ্ৰথমে এজন প্ৰকৃত ধাৰ্মিক লোকহে; তাৰ পাছতহে তেওঁ জনগণৰ সেৱক আৰু সমাজকৰ্মী। তেওঁ এজন অতি দক্ষতাসম্পন্ন ধৰ্মযাজক আছিল, আৰু সমগ্ৰ দেশতে স্বীকৃতিপ্ৰাপ্ত ধৰ্মীয় নেতা আছিল। তেওঁৰ ''চাৰ্চ্চ অব গড'' বা ''ঈশ্বৰৰ গিৰ্জা''ই আজিও তেওঁৰ আধ্যাত্মিক ব্যক্তিত্ব আৰু ঈশ্বৰৰ কামৰ প্ৰতি তেওঁৰ আত্মোৎসৰ্গৰ মনোভাৱৰেই স্বাক্ষৰ বহন কৰে।

প্ৰাদেশিক বিধানসভাতেই হওক বা সংবিধান সভাতেই হওক, তেওঁ এজন দক্ষ

সাংসদ হিচাপে পৰিগণিত হৈছিল। তেওঁৰ মতামতবিলাক তেওঁ স্পষ্ট আৰু প্ৰাঞ্জল ভাষাৰে ব্যক্ত কৰিছিল। বিধানসভাত তেওঁৰ বিৰোধীপক্ষৰ লগত তেওঁ যিদৰে মৌখিক অস্ত্ৰেৰে তৰ্কযুদ্ধ চলাইছিল, তাৰপৰা ভালেমান কথা শিকিবলগীয়া আছে। এই তৰ্ক-বিতৰ্কসমূহৰ লিখিত বিৱৰণ এটা মূল্যবান সম্পদ।

ৰেভাৰেণ্ড নিকলছ ৰয়ক মই পাহৰিব নোৱৰাৰ প্ৰধান কাৰণ হ'ল এয়ে যে তেওঁ আমাৰ মানুহৰ বাবে নতুন পথৰ সন্ধান দিছিল। তেওঁ এক বহল আৰু মানৱীয় দৃষ্টিভঙ্গী গ্ৰহণ কৰি লৈ তেওঁলোকক উদগনি দিছিল যদিও একে সময়তে নিজৰ মূল সুঁতিটোৰ কথা পাহৰি নাযাবলৈকো সতৰ্ক কৰি দিছিল। এজন খ।<। জনজাতিৰ মানুহ আৰু এজন ভাৰতীয় ব্যক্তিৰ মাজৰ সম্পৰ্কত তেওঁ যি ধৰণৰ সমন্বয় সাধন কৰিব বিচাৰিছিল, তাৰদ্বাৰাই তেওঁ এজন ভাৰতীয় জাতীয়তাবাদী আৰু এজন খাছী দেশপ্ৰেমিকৰূপে পৰিগণিত হৈছিল। আমি আজিৰ পুৰুষে তেওঁৰ এই পথকে অনুসৰণ কৰা উচিত। সৰ্বোপৰি, তেওঁ নিজে সংবিধান সভাত কোৱাৰ দৰে তেওঁৰ সেৱাৰ ক্ষেত্ৰ কেৱল ভাৰততেই সীমাবদ্ধ নহয়, ই সমগ্ৰ মানৱতাক আঁকোৱালি লৈছে। কিন্তু তেওঁৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল, তেওঁ ৰাজনীতিত নৈতিকতাৰ আমদানি কৰিছিল। ৰেভাৰেণ্ড নিকলছ ৰয়ৰ বাবে জনসেৱা আৰু নৈতিক মূল্যবোধৰ মাজৰ সীমাৰেখা তেনেই ক্ষীণ আছিল। এই দুটা কথা একেটা মুদ্ৰাৰেই দুটা পিঠি আছিল।

# প্ৰসংগ গ্ৰন্থসমূহ

1. Interview with Shri S. D. D. Nichols Roy, son of Rev. J. J. M. Nichols Roy.
2. The Khasis under British Rule (1824-1947) by Helen Giri.
3. Interview with Shri R.T. Rymbai, I.A.S. (Retd).
4. Builders of Modern India : Gopinath Bardoloi by Birendra Kumar Bhattacharya.
5. Interview with Rev. Moors W. Laloo.
6. The Fifth and Sixth Schedules to the Constitution of India by M. Hidayatullah.
7. History of Christian Church by Rev. J.J.M. Nichols Roy.

Lasertypesetting at Saraighat Phototypes, Guwahati - 781021
and printed at Shivam Offset Press, New Delhi - 110 028.